# অনুকম্পী জীৱাশ্ম

(গল্প সংকলন)

নীলিমা শৰ্মা

পুথি প্ৰকাশ
মেডিকেল কলেজ হস্পিতাল ৰোড
ভঙাগড়, গুৱাহাটী - ৫

**ANUKAMPI JIBASHMA** : A short Story in Assamese Written by Nilima Sarmah & Published by Puthi Prakash, Bhangagarh, Guwahati - 5,

1st edition : 2003 Price : Rs. 50.00

প্ৰকাশক : পুথি প্ৰকাশ
ভঙাগড়, গুৱাহাটী

প্ৰথম প্ৰকাশ : ২০০৩ চন

বেটুপাতৰ শিল্পী : অৰুণ নাথ

মূল্য : ৫০.০০ টকা

লেখিকাৰ ঠিকনা : শ্ৰীনীলিমা শৰ্মা
চোলাধৰা শাস্ত্ৰীপীঠ ৰোড,
যোৰহাট - ৭৮৫০০১।
ফোন : ২৩২৭৩৪৫

ডি.টি.পি. : প্ৰদীপ চন্দ্ৰ বৰুৱা
আইকণ লেজাৰ প্ৰিণ্ট
ৰাজগড় ৰোড, ভঙাগড়,
গুৱাহাটী - ৭৮১০০৭

মুদ্ৰক : পুথি প্ৰকাশ (প্ৰেছ)
মেডিকেল কলেজ ৰ'ড
ভঙাগড়, গুৱাহাটী - ৭৮১০০৫

## উছৰ্গা

পৰম শ্ৰদ্ধাৰ ড° চন্দ্ৰ কটকীদেৱৰ

পৱিত্ৰ স্মৃতিত

"অনুকম্পী জীৱাশ্ম" উছৰ্গা কৰিলোঁ।

## সূচীপত্ৰ

# অনুকম্পী জীবাশ্ম

প্ৰায় সন্ধ্যা লাগো লাগো অৱস্থাত ডিচেম্বৰৰ মাহৰ হাড় কঁপোৱা জাৰত উদং গাৰে এজন মানুহ কেইবাদিনো মধুসূদনৰ ঘৰলৈ অহা ঘৰখনৰ আটায়ে দেখিছিল। ঠিক সেইকণ সময়তে সকলোৰে ভলণ্টিয়াৰ গোসাঁই বুলি চিনি পোৱা মধুসূদনে টিলিংটোলাংকৈ বাজি থকা চাইকেলখন লৈ নিজ ঘৰলৈ ওভতে। তাৰ পাছত নিত্য নৈমিত্তিক কামখিনি কৰি গোসাঁই ঘৰত চাকি এগছি জ্বলাই প্ৰাৰ্থনা কৰে। অৱশ্যে সেই নিয়মৰ ব্যতিক্ৰম প্ৰায়ে হয়। কিয়নো সদায় সন্ধিয়া গোসাঁইঘৰ সোমোৱাৰ মধুসূদনৰ নিয়ম নাই। দিনে চাৰিখনলৈকে মিটিং থাকে। সেই অঞ্চলৰ বা নগৰতো প্ৰায়ে সভাপতিৰ আসন গ্ৰহণ কৰিব লাগে। আজিকালিৰ প্ৰায় মানুহৰ দৰে সময়তকৈ এঘণ্টাৰ পাছত মিটিঙলৈ গৈ নিজৰ বক্তব্য দাঙি ধৰাৰ পাছত গুচি অহাৰ অভ্যাস মানুহজনৰ সমূলি নাই। সেয়ে দুৰণিলৈ টিলিংটোলাং চাইকেলখন লৈ গ'লে কেতিয়াবা মাজনিশাও ঘৰ সোমাইহি। টিকাফটা ৰ'দ, বতাহ-ধুমুহা, বৰষুণ এইবোৰ মানুহজনৰ জীৱনৰ নিচেই সাধাৰণ কথা। সেইদিনা অৱশ্যে মানুহজন ঘৰলৈ ওভোতাৰ সুযোগকণ গ্ৰহণ কৰিলে সেই উদং গাৰ মানুহজনে। মানুহজনক ঘৰখনৰ কোনেও চিনি পোৱা নাই যদিও স্পষ্টকৈ দেখা পাইছে। মানুহজনে এনেকুৱা সুৰুঙা বুজি আছিছে যে থাউকতে কিবা এযাৰ কৈয়েই মধুসূদনৰ ওচৰৰ পৰা আঁতৰি গৈছে। সেই কথা ঘৰখনৰ আটায়ে লক্ষ্য কৰিছে যদিও গুৰুত্ব হ'লে দিয়া নাই।

এগৰাকী মানুহে কিন্তু কথাটো গুৰুত্ব সহকাৰে লক্ষ্য কৰিছে। মোহিনীবালা। এই মানুহ গৰাকীয়েই হ'ল মধুসূদনৰ বায়েক। উদং গাৰে অহা মানুহজনৰ আগমনৰ প্ৰকৃত কাৰণ কি? মধুসূদনৰ জীৱনৰ সকলো কাৰ্যপন্থাত টোকৰ মাৰিলেই গৰ্ভ দেখা পোৱা মানুহগৰাকীৰ অনুমান হয়তো সত্যত পৰিণত হ'ব। সেয়ে এদিন-দুদিনকৈ তিনিদিন উভতি যোৱা মানুহজনক লক্ষ্য কৰি থাকোতে চতুৰ্থ দিনা স্পষ্টকৈ শুনিবলৈ পালে কাইলৈ ঠিক এনে সময়তে মধুসূদনে মানুহজনক পুনৰ মাতিছে। কাইলৈৰ ঠিক একে সময়ৰ বাবে অপেক্ষা কৰি ৰ'ল মোহিনীবালা।

সন্ধ্যা লাগো লাগো অৱস্থা, মোহিনীবালাৰ চকু অনবৰতে ৰাস্তাৰ ওপৰলৈ গৈ থাকিল। মানুহজন আহিবৰ হৈছে। ঠিক এনেকুৱা ক্ষণতে মানুহজন আহে। আজি বা মধুসূদনে কি কয়? কিয় বা মাতিছে মানুহজনক। কি সংবাদনো কঢ়িয়াই আনিব মানুহজনে। মোহিনীবালাৰ উগুল-থুগুল মন যদিও কথাটোনো কি বুলি সুধি মনটো মুকলি কৰি লোৱা নাই।

ঠিক সন্ধ্যা লাগো লাগো সময়কণৰ ক্ষণটো অহাৰ লগে লগেই মধুসূদনে নিজৰ খদ্দৰৰ সাজটো পিন্ধি কেনিবা যাবলৈ ওলাই কাবোবালৈ অপেক্ষা কৰাৰ দৰেই বৈ থাকিল। সাধাৰণতে ঘৰত কাৰোবালৈ অপেক্ষা কৰি থকা সময়কণত তেওঁ গাত চেলেংখন লৈ নাথাকে। ঠিক যাবৰ সময়তহে লৈ যায়। কিন্তু সেইদিনা ঘৰতে আছে যদিও মোহিনীবালাই অতি কষ্টকৈ ঘৰত যঁতৰত সূতা কাটি বৈ দিয়া খদ্দৰৰ চেলেংখন লৈ আছে। মধুসূদনৰ ভৰিৰ গতি এবাৰ আগলৈ আৰু এবাৰ পাছলৈ। চকু অনবৰতে আলিবাটৰ ওপৰত। কিমান অশান্তিকৰ হৈছে বৈ থকা সময়খিনি. মানুহজন আহি পালেই যেন তেওঁ ওলাই যাব পাৰে। সেই অপেক্ষা কৰি থকা সময়কণত এনেকুৱা পৰিস্থিতি এটাৰ উদ্ভৱ হৈছে। ক'ৰবাত ৰাজহুৱা কামৰ ডাঙৰ দায়িত্ব এটা আছে। কোনেও সমস্যা এটাৰ সমাধান কৰিব পৰা নাই, তেং লগা সমস্যাবোৰ সেই অঞ্চলটোত কেৱল সমাধান কৰিব পাৰে মধুসূদনে। জ্বলন্ত সমস্যাটোৰ লগত বহুত মানুহ জড়িত হৈ চিন্তা কৰি থাকিলেও এটা সঠিক সিদ্ধান্তত কোনেও উপনীত হ'ব নোৱাৰে যদিহে সেই সময়খিনিত মধুসূদন উপস্থিত নাথাকে। সেই মানুহবোৰৰ মাজত একেবাৰে নিঃস্বজন মধুসূদন যদিও তেওঁৰ গম্ভীৰ দৃঢ়তা আৰু ব্যক্তিত্বসম্পন্ন মুখ-মণ্ডলেৰে খোলা হাঁহি এটাৰে সমবেতসকলৰ আগত বৈ দিয়াৰ লগে লগে সমস্যাটোৱে এটা গতি লয়। কোনেও পাৰ নোপোৱা সমস্যাটোৰ মধুসূদনৰ সবল পৰামৰ্শৰ সহায়তে সমাধান হৈ যাব পাৰে। ধন-দৌলতৰ মাজত থাকি অনুষ্ঠান-প্ৰতিষ্ঠান, স্কুল, কলেজ-পুথিভঁৰাল, উদ্যোগ আদি প্ৰতিষ্ঠা কৰিবলৈ ওলাই নাম কিনিবলৈ বিচৰা ব্যক্তি আজিৰ সমাজত অলেখ ওলাব। কিন্তু মধুসূদন সেই ব্যক্তিসকলৰ তালিকাত নপৰে। তেওঁ নিজে একেবাৰে সম্বলহীন। এসাঁজ খালে দ্বিতীয় সাঁজ খোৱাৰ কথা ভাবিবলগীয়া অৱস্থা। প্ৰজাৰঞ্জক, সমাজপ্ৰিয় এই নিৰ্ভীক স্পষ্টবাদী মানুহজনে নিজৰ ব্যক্তিত্বৰ কাৰণেই ওৰেটো জীৱনত সমাজখনৰ হিতৰ কাৰণে অলেখ কাম কৰি গ'ল। কিমান অনুষ্ঠান-

প্রতিষ্ঠান, স্কুল-কলেজ, পুথিভঁৰাল-উদ্যোগ আদিৰ জন্ম দি ন ন দিশৰ উন্মোচন কৰিলে তাৰ হিচাপ নাই। সেইজনেই মধুসূদন ষিজন মানুহে ১৯২১ চনত কংগ্ৰেছ কৰ্মীসকলে কংগ্ৰেছৰ চাৰিঅনীয়া সভ্য কৰোঁতে মহাত্মাৰ জয়গান শুনি থাকি মুগ্ধ হৈছিল যদিও সৰু ল'ৰা কাৰণে কংগ্ৰেছ কৰ্মীয়ে ভলণ্টিয়াৰ নকৰিলে। কিন্তু মাইনৰ স্কুলত পঢ়ি থাকোতে স্কুলৰ ছুটীৰ পাছত স্কুলৰ ল'ৰাইঁতক লৈ শোভাযাত্ৰা কৰি মহাত্মাৰ জয় দি ফুৰাৰ বাবে শিক্ষকে বেত দিয়াত স্কুলকে এৰি দিলে। তেতিয়া মধুসূদনৰ বয়স আছিল মাত্ৰ বাৰ বছৰ। নিঃস্বাৰ্থ দেশপ্ৰেমৰ বীজ সেই বাৰ বছৰীয়া ল'ৰাটোৰ অন্তৰত জীপ ধৰিছিল। চৌৰি-চোৰাৰ ঘটনাৰ পাছত মহাত্মা গান্ধীয়ে আন্দোলন বন্ধ কৰাত মধুসূদন পুনৰ স্কুললৈ গৈছিল। সেইজন মানুহেই সুদীৰ্ঘ সংগ্ৰামময় জীৱন মহাত্মাৰ আদৰ্শৰ পৰা তিলমানো লৰচৰ নহ'ল। আদৰ্শভ্ৰষ্টতা, চৰিত্ৰ-স্খলনৰ কাণ্ড-কাৰখানাবোৰ মানুহজনৰ অতি অসহ্য। দুৰ্নীতিৰ কথা ওলালেই মানুহজনে য'তে-ত'তে উদাত্তকণ্ঠে ভাষণ দিবলৈ আৰম্ভ কৰি দিয়ে। দেশ স্বাধীন হোৱাৰ বহুত বছৰৰ পাছতো ৰাজহুৱা সভা-সমিতিবোৰত ভাষণ দিওঁতে মানুহজনক ৰৰ ধুনীয়া দেখি। মুখ-মণ্ডল তেজোদ্দীপ্ত হৈ পৰে। দেশৰ চৌদিশে অন্যায় অধৰ্মৰ তাণ্ডৱলীলাত অতিষ্ঠ হৈ পৰি এবাৰ তেওঁ উষ্মাৰে ভাষণ প্ৰদান কৰাৰ সময়ত সমবেতসকলৰ এনেকুৱা লাগিছিল ভাৰতবৰ্ষ স্বাধীন হোৱাই নাইনে কি? তেওঁ বক্তৃতা দি থাকোতে ইমানেই উত্তেজিত হৈ গৈছিল যে ভ্ৰাতৃপ্ৰতীম সতীৰ্থ এজনে হেনো সভাকক্ষত লাহেকৈ কৈ দিছিল — 'ককাইদেউ, পাহৰিলেনে কি আমাৰ দেশ কাহানিবাই স্বাধীন হ'ল।' তেতিয়াহে মানুহজনে সম্বিৎ ঘূৰাই পোৱাৰ দৰে হৈছিল। স্বাধীনতা লাভৰ পঞ্চাছ বছৰৰ অন্ততো মহাত্মা গান্ধীৰ সপোনৰ স্বৰাজৰ লেশমানো বেঙণি দেখিবলৈ নাপায় তেওঁ অন্তৰে হাহাকাৰ কৰি উঠিছিল।

সেইজন মধুসূদনেই দেশ স্বাধীন হোৱাৰ পাছত হেনো কৈছিল — 'এয়া কেনেধৰণৰ স্বাধীনতা আমি পালো মই বুজি নাপাওঁ।' এই স্বাধীনতা লাভ কৰাত তেওঁ সমূলি সন্তুষ্ট নাছিল। সেয়ে প্ৰায়ে বেজাৰ কৰি কৈছিল — 'সীমান্ত গান্ধী, আব্দুল গফুৰ খানে জৱাহৰলাল আৰু পেটেলক কৈছিল — তোমালোকে আমাক বন্দুক আৰু সংগীনৰ মাজলৈ ঠেলি দিলা।' সীমান্ত গান্ধীৰ সেই কথাষাৰ সুঁৱৰি তেওঁ বৃদ্ধ কালত প্ৰায়ে চকুলো টোকে। হিয়াভগা বেজাৰত গীতাৰ আশ্ৰয় লয়।

ভৱিষ্যতৰ আশা ভৰা সপোন দেখে। দেশ স্বাধীন হোৱাৰ পাছতো একেই উদ্যম আছিল মানুহজনৰ। স্বাধীনতাৰ পাছত উদ্ভৱ হোৱা নতুন নতুন আন্দোলনবোৰত জঁপিয়াই পৰি সহযোগ আগবঢ়াইছিল। অসমত ছাত্ৰসকলৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত সকলো কাৰ্যসূচীতে অংশ গ্ৰহণ কৰি তাম্ৰপত্ৰ পৰ্যন্ত ঘূৰাই দিছিল। কিন্তু নিজ চকুৰে যেতিয়া তেওঁ অতিকৈ বিশ্বাসত লোৱা ছাত্ৰ সংগঠনটোৰ ডেকাইতে ক্ষমতা পাই বিপথে পৰিচালিত হৈ দুৰ্নীতিৰ কেলেংকাৰীত পোত যোৱা দেখিলে, তেতিয়া বৃদ্ধকালত সতীৰ্থসকলক লগ পালেই অতি দুখেৰে ক'বলৈ ধৰিলে, — 'এইখন দেশত আমাৰ দৰে মানুহৰ স্থান নাই। আমি যাব লাগে। আমিবিলাক একোটা ফছিল। নৈতিকতাবিহীন সমাজত আমি জীয়াই থাকিব নোৱাৰিম।'

এইজন মানুহে জীৱিত কালত কাৰো লগত কোনো কথাত আপোচ কৰা দেখা নাই। মানুহজনক সত্যৰ পৰা বিচলিত কৰিব পৰা দ্বিতীয়জন ব্যক্তি কোনেও লগ পোৱা নাই।

অথচ সেই ক্ষুৰধাৰ ব্যক্তিত্বসম্পন্ন মানুহজনেই অত্যন্ত ভয় কৰিছিল বায়েক মোহিনীবালালৈ। বিবাহৰ ছমাহৰ পাছতে বিধবা হোৱা অপৰূপ সৌন্দৰ্যৰ অধিকাৰিণী মোহিনীবালাক গিৰিয়েকৰ আদ্যশ্ৰাদ্ধ হৈ যোৱাৰ পাছদিনাই দেউতাকে নিজৰ ঘৰলৈ লৈ আনিছিল। সেই ফুল কুমলীয়া কন্যাটিয়ে বিধৱাৰ নাম লৈ সেইখন ঘৰৰ কঠোৰ সংগ্ৰামৰ মাজত সোমাই পৰিল। ন্যায়-অন্যায়, বিচাৰ-অবিচাৰ, সুখ-দুখ সকলোৰে অংশীদাৰ হ'ল মোহিনীবালা। পতিৰ গৃহত মাত্ৰ ছমাহ থকাৰ পাছতে পিতৃৰ গৃহলৈ গুচি আহি চৌদিশে অন্ধকাৰ দেখিলেও মানুহগৰাকীয়ে মধুসূদনকে পুত্ৰৰ আসনত বহুৱাই ল'লে। ভায়েকেও বায়েকলৈ শ্ৰদ্ধা-ভক্তিৰ লগতে মৰমৰ নিজৰা বোৱাই দিছিল। কাৰো লঘু-গুৰু কথালৈ কেৰেপ নকৰা মানুহজনে কিয় জানো মোহিনীবালাৰ সামান্য হাক-বচন এটাও অমান্য কৰিব নোৱাৰে। স্বৰাজ আন্দোলনত জঁপিয়াই পৰা সেই ভলণ্টিয়াৰ ভায়েকৰ একেবাৰে নিঃকিন পৰিয়ালটোত সোমাই পৰি মোহিনীবালাই জীৱনৰ সকলো আশা-আকাংক্ষা জলাঞ্জলি দিলে। বাৰ বছৰ বয়সতে বৈধব্যক আঁকোৱালি লৈ নিষিদ্ধ এসোপাৰ মাজত পাৰ কৰিছে নিজৰ দিনলিপি। আমিষ

আহাৰ খাবলৈ নোপোৱাৰ মাজতে তিনিদিনলৈ মাহেকীয়া হুঁওতে ছুসাঁজ অন্নও খাবলৈ নাপায়। বাহিৰৰ জগতখনত অকলে ওলোৱা-সোমোৱা কৰিবলৈ নোপোৱাকে আদি কৰি সমস্ত নিষিদ্ধতাৰ মাজতেই তেওঁ বন্দী হৈ থাকিবলগীয়া হ'ল যৌবনপ্ৰাপ্ত হোৱাৰ পৰা বৃদ্ধা কাললৈকে। জীৱনত সহ্যৰ সীমা যেতিয়া হেৰাই যায়, দুখে টেটু চেপি ধৰি ৰাখে, তেতিয়া মোহিনীবালাই চিঞৰি চিঞৰি ঈশ্বৰক শাও দিয়ে —'কণা গোসাঁই মোক মাৰি নিবলৈ দেখা নাই। তোৰ চকু ফুটিলনে? মোৰ দৰে পৈয়েকৰ মুৰখাটী কঁপালখনক এনেকৈ জীয়াতু ভোগাই জীয়াই ৰাখিব লাগেনে? মোক মাৰিবলৈ যে তোৰ চকু ফুটিল, — সৌ মানুহ ঘৰৰ একমাত্ৰ ল'ৰাটোক অচিনাক্ত দুৰ্বৃত্তই হত্যা কৰিলে কিয়? কণা বিধাতা — তোক আৰু মই কি বুলি শাও দিম।'

এইবোৰ কথা মধুসূদনে শুনি থাকে যদিও সমূলি কাণ নিদিয়ে আৰু মুখেৰেও নামাতে। ফুল কুমলীয়া বয়সতে বিধৱা হৈ যি নিৰ্যাতন ভোগ কৰে সেইবোৰ প্ৰতি ঘৰতে দেখি থাকে যদিও সমাজ সচেতন ব্যক্তি হিচাপেও মধুসূদনে প্ৰতিবাদ কৰি নিৰ্যাতনৰ পৰা মুক্তি দিবলৈ বাট বিচাৰি নাপায়। সমাজৰ এনে ধৰণৰ একোটা কুসংস্কাৰ আঁতৰ কৰিব নোৱাৰা মধুসূদনক হতাশাই সঘনে আমনি কৰে। সেয়ে প্ৰতিবাদৰ তীব্ৰতাক অন্তৰত হেঁচা মাৰি ধৰি ৰাখে। তাতে মানুহজনৰ সংসাৰৰ প্ৰতি অকণো আসক্তি নাই। জোৰ কৰি দেউতাকে সংসাৰখন পাতি দিলে। নহ'লে তেওঁ সাংসাৰিক সকলো চিন্তা-ভাবনাৰ পৰা মুক্ত থাকিবলৈ বিচৰা ব্যক্তি। কেৱল দেশখনৰ চিন্তা। কেনেকৈ দেশখনক পৰাধীনতাৰ পৰা সম্পূৰ্ণ মুক্ত কৰিব পাৰি। দেশে স্বাধীনতা লাভ কৰিলে যদিও সেই স্বাধীনতাই তেওঁৰ দৰে নিৰ্লোভ মানুহখিনিক শান্তি দিব নোৱাৰিলে। সমাজৰ মংগলৰ কাৰণে ওৰেটো জীৱন পাত কৰি দিয়া নিৰ্ভীক, স্পষ্টবাদী, সাহসী নিৰ্লোভ মানুহজনে জ্যেষ্ঠজনৰো অযুক্তিকৰ কোনো কথালৈ ভয় নকৰি প্ৰতিবাদৰ কণ্ঠ উজাৰি ৰজনজনাই দিয়ে। শেষত তেৰেঁই জয়ী হয়গৈ। তেনেজন মানুহেও কিন্তু মোহিনীবালালৈ বাঘৰ সমান ভয় কৰে।

সেয়ে মোহিনীবালাই উদং গাৰ মানুহজন অহালৈ অধীৰ উৎকণ্ঠাৰে বাট চাই থকাৰ কথাটো মধুসূদনে গম পাইছে। অৱশ্যে মোহিনীবালাই অনুসন্ধিৎসুৰে

বাট চাই থাকোতেই কঁপি কঁপি থিয় দি ৰ'লহি সেই উদং গাৰ মানুহজন। মুখেৰে এটাও শব্দ নকৰি মোহিনীবালাই অতি কষ্ট কৰি যঁতৰত সূতা কাটি ৈব দিয়া খদ্দৰৰ চেলেংখন মধুসূদনে মানুহজনৰ গাত মেৰিয়াই দিলে। অমৃতময় ২াহি এটা মাৰি মানুহজন আঁতৰি গ'ল আৰু স্বস্তিৰ নিশ্বাস কাঢ়ি ভিতৰ সোমাই আহিব খোজোতেই তেওঁ দেখিলে ঠিক পাছতে বায়েক থিয় দি আছে। অনুচ্চ কণ্ঠে ভায়েকলৈ চাই ক'লে — 'আধিৰ ধানমুঠি ঘৰলৈ অহাত মৰণা মাৰি সামৰি-সুতৰি ভিতৰ সুমুৱাই লওঁ বুলি কামত লাগি থাকোতেই চুটি দিন কেইটাত যঁতৰত সূতা এমুঠি কাটিবলৈও সময় উলিয়াব পৰা নাই। নিশা টোপনি খতি কৰি যঁতৰত সূতা কাটিবলৈ জানো তোৰ ঘৰত কেৰাচিনকণ মজুত থাকে। তাকে চিন্তা কৰি চাব নোৱাৰি ভিক্ষাৰীজনে খুজিলে বুলিয়েই গাৰ একমাত্ৰ চাদৰখন দি দিব লাগেনে? এতিয়া কালিলৈকে মেল-মিটিং এখন হ'লে তই গাত লৈ ওলাই যাবলৈ দ্বিতীয়খন চাদৰ আছে জানো?'

আজীৱন দেশৰ-দহৰ চিন্তাতে ব্যস্ত থকা মধুসূদনক বায়কেৰ মাতৃ-সুলভ মৰমে এটা শিশুলৈ ৰূপান্তৰিত কৰিলে। তেওঁৰ দুচকুৰে বৈ আহিল অশ্ৰুৰ ধাৰা।○

# আত্মোপলব্ধি

শ্যামলী বৰুৱাৰ চকুৰ আগত সৰুৰে পৰা ডাঙৰ হৈ হৈ শূন্য একোটাই যেতিয়া চৌপাশ আগুৰি ধৰিবলৈ লাগিল তেতিয়াই তেওঁ শেষ সিদ্ধান্তত উপনীত হ'ল। ঠিকেই, তেওঁ নিজ বাসভূমি মানুহৰ হাঁহি-কান্দোনৰ ছবিয়ে শ্ৰীকৃষ্ণৰ অন্বেষপুৰৰ শান্তিৰ দৰে শান্তিৰ প্ৰশস্তিৰে উজলাই তুলিব। এনে দৃঢ় সংকল্পত উপনীত হোৱাৰ পিছত শ্যামলীৰ আৰু জিৰণি ল'বলৈ সময় নোহোৱা হ'ল।

বৈবাহিক জীৱনৰ মাত্ৰ বাৰ বছৰৰ পিছতে বৈধব্যক আঁকোৱালি লৈ চাৰিটাকৈ সন্তানক লালন-পালনৰ দায়িত্ব সম্পূৰ্ণ নিজাববীয়াকৈ লোৱাৰ সময়ত তেওঁৰ দুহাত সম্পূৰ্ণ খালি আছিল। চিন্ময় বৰুৱাৰ অবিহনে অন্ধকাৰ দেখা সংসাৰখনত খোজ দিয়াৰ কথা ভাবি মানুহগৰাকী প্ৰথমে পেঁপুৱা লাগিছিল। জীৱনৰ এই যাত্ৰাপথ কেনেকৈ সফলতাৰে অতিক্ৰম কৰিব? একেবাৰে বিস্ময়াহত্তা শ্যামলী।

কিন্তু নদীৰ দৰে গতিমুখী সময়। সময়ে গতি সলালে। কবি চিন্ময় বৰুৱাই নিজে প্ৰতিষ্ঠা কৰা হাইস্কুলখনতে স্থানীয় হিতাকাংক্ষীসকলে শ্যামলীক শিক্ষয়িত্ৰী পদ এটাত সুমুৱাই ল'লে। সেইদিন ধৰি তাইৰ থমকি ৰোৱাৰ অৱসৰ ক'ত? ব্যস্ততাৰ উপৰি ব্যস্ততাই তাইক যন্ত্ৰৰ দৰে কৰি পেলালে। তাইৰ দিনলিপি চুইছ টিপিলেই আৰম্ভ হোৱাৰ দৰে হ'ল।

প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক চিন্ময় বৰুৱাৰ ঠাইত স্থানীয় সুশান্ত শৰ্মাই কাৰ্যভাৰ গ্ৰহণ কৰি স্কুলখনৰ সুখ্যাতিৰ বাবে অহোপুৰুষাৰ্থ সেৱা আগবঢ়ালে। নহ'লে চিন্ময় বৰুৱাৰ আত্মাই শান্তি নাপাব। শ্যামলীয়ে প্ৰথমদিনা আবেগবিহ্বল মুহূৰ্তত কাৰ্যভাৰ লোৱাৰ সময়ত সুশান্তই ক'লে — বাইদেউ, আমি আপোনাক কি বুলি সান্ত্বনা দিম। তথাপি বহুত ক্ষেত্ৰত অনুমেয়, নাৰীৰ আত্মপ্ৰতিষ্ঠাৰ সুযোগ মিলে

অকাল বেধব্যক আঁকোৱালি ল'ব লগা হ'লে। নিজৰ সকলো কামনা-বাসনা জলাঞ্জলি দিও সন্তানক সুখ-শান্তি দিয়াৰ লগতে উপযুক্ত কৰি গঢ়ি তোলাৰ পদক্ষেপত আত্মনিয়োগ কৰে। নিশ্চয় আপুনি এই দিশত ব্যতিক্ৰম হ'ব নোৱাৰিব। দুখন সুদক্ষ হাতৰ ওপৰত আপোনাৰ চাবিটাকৈ সন্তানৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিব।

সঁচাকৈয়ে জীৱনৰ আন এটি নাম সংগ্ৰাম বুলি কয় কাৰণে সেই সংগ্ৰামৰে প্ৰতিভূ হ'ল শ্যামলী।

দুঃসময় আঁতৰিল। মাকৰ আপ্ৰাণ চেষ্টা আৰু নীৰৱ তৎপৰতাত তিনিওজন ল'ৰা আৰু একমাত্ৰ ছোৱালী উপযুক্ত বুলি সমাজৰ আগত চিহ্নিত হ'ল। গোটেই জীৱন ত্যাগ কৰাৰ বিনিময়ত বৃদ্ধ কালত স্বাচ্ছন্দ্যপূৰ্ণ জীৱন এটাই মানুহগৰাকীক কিছুদিনলৈ আলফুলে সাবটি ল'লে। উপযুক্ত বয়সত ছোৱালীজনীক বিয়া দি উলিয়াই দিলে। তায়ো এখন কলেজৰ প্ৰৱক্তা হৈ সুখেৰে দিনলিপি তৈয়াৰ কৰি ল'লে। ল'ৰা তিনিজনো উচ্চ পদস্থ চাকৰিত সোমাই, সংসাৰ পাতি জীৱন সুখত অৱতীৰ্ণ হ'ল।

শ্যামলী পুনৰ কিছুদিনলৈ থমকি ৰ'ল। লাহে লাহে তিনিও পুত্ৰক গৌৰৱোজ্জ্বল সা-সন্মানে ব্যাকুল কৰি তুলিলে। আকাংক্ষাৰ উচ্চ শিখৰত উঠিবলৈ তৎপৰ হৈ পৰিল। জন্মভূমিত থাকি সেৱা আগবঢ়োৱা মানসিকতা ত্যাগ কৰি বিদেশৰ সুখ-শান্তিত আত্মনিয়োগ কৰিবলৈ উঠি পৰি লাগিল। ডাঙৰজন ল'ৰাই নিজ যোগ্যতাৰ কাৰণেই আমেৰিকালৈ যাবলৈ ঠিৰাং কৰিলে। দুবছৰৰ পিছতেই মাজু ল'ৰাটোও ককায়েকৰ নিৰ্দেশক্ৰমে তৈলনগৰীৰ চাকৰি ইস্তফা দি লগতে পত্নী বিনিকিবো চাকৰিৰ ইস্তফা দিয়াই একেবাৰে আমেৰিকাৰ নাগৰিকত্ব গ্ৰহণ কৰাৰ মানসেৰে গ'লগৈ।

দুয়োজন পুতেকে অৱশ্যে মাকক আমেৰিকালৈ যাবলৈ লগ ধৰিছিল। তেওঁহে আপত্তি দৰ্শালে — এতিয়া মোৰ বৃদ্ধ কাল। অসমত মৰিবলৈ পালেহে মই শান্তিত মৰিম। তালৈ গ'লে মইনো বিশেষ কি কাম কৰিব পাৰিম? ইয়াতহে মোৰ মনৰ মানুহখিনি আছে। মোৰ সুখ-দুখৰ অংশীদাৰ বন্ধুবৰ্গই হ'ব। বিপদে-আপদে নিশ্চয় মাত এষাৰ মাতিব। মৃত্যুৰ দিনলৈকে দেউতাৰৰ স্মৃতিকে লৈ

জীয়াই থাকিব লাগিব। তহঁতে জানই দেউতাৰ এজন প্ৰতিষ্ঠিত কবি আৰু সফল ব্যক্তি আছিল। তেওঁৰ আধৰুৱা কাম কিছুমান থাকি গ'ল। ব্যস্ততা আৰু অৰ্থৰ অভাৱত তহঁতক পঢ়ুৱাই থাকোঁতে তেওঁৰ সংকলন এখনো প্ৰকাশ কৰি উলিয়াব পৰা নাই। এতিয়া নিশ্চয় সেইবোৰ সুযোগ মোৰ মিলিছে। চাওঁচোন ভাষাজননীৰ সোৱাৰে জীৱনটোক সাৰ্থক কৰিব পাৰোঁনেই কিজানি। তহঁতৰ উচ্চাকাংক্ষাত মই বাধা নিদিওঁ। মাত্ৰ আই বুলি চিঠি-পত্ৰ একোখন দি খা-খবৰ এটা কৰিবিহঁক। মোৰ কষ্ট আৰু সামান্যতম শিক্ষাৰে ৰেঙণিতে তহঁতক পোহৰৰ মুখ দেখুৱালোঁ। দেউতাৰে দি থৈ যোৱা ফুটা কলহটো মই সম্পদেৰে ভৰাই পেলালোঁ। শিক্ষা গ্ৰহণ কৰিলিহঁত মাতৃভাষাতে। এতিয়া তহঁতে আমেৰিকাত চাকৰি কৰি থাকিবিগৈ যদিও অসমীয়া ল'ৰা হৈহে যাবিহঁক। নাতিহঁতকো অসমীয়া মৌ-মিঠা মাত-কথাৰ পৰা যেন বঞ্চিত নকৰ। অসমীয়া ভাষা-জ্ঞানটো সিহঁতক নিজে নিজেই শিকাবি। আজিকালি আমাৰ সংস্কৃতিয়েই এনেকুৱা হৈছে। মানুহে অসমৰ গৌৰৱ বুলি ক'ব খোজোতেই, নিজৰ মাতৃভূমিৰ উন্নতিৰ কথা চিন্তা কৰাতকৈ বিদেশৰ উন্নতিৰ কথা চিন্তা কৰি ভালপোৱা হয়। কেতিয়াবা এনেকুৱাও হয়, ইকুলো হেৰায় সিকুলো হেৰায়। জাতীয় ভাবাপন্ন হ'ব পৰাতো বৰ ডাঙৰ কথা অ'। নিজত্ব নেহেৰুৱালে স্বৰ্গগত পিতাৰেও শান্তি পাব। তেওঁৰ আশিস অবিহনে মই তহঁতক উপযুক্ত কৰিব পাৰোঁনে? মোৰ চিন্তা-চৰ্চা তুলুঙা বুলি নাভাবিবি। মোৰ তহঁতৰ দৰে ডাঙৰ ডিগ্ৰী নাথাকিলেও অভিজ্ঞতাই গৰকা এটা সুদীৰ্ঘ জীৱন আছে। সাহিত্যৰ জগতখনত সোমাই মই জীৱনত অলেখ অভিজ্ঞতা লাভ কৰিছোঁ। অলেখ মানুহৰ সান্নিধ্যই মোৰ জীৱনৰ উত্তৰণ ঘটাইছে। গতিকে ইয়াতকৈ ক'বলৈ মোৰ একো নাই। যিখন দেশৰ বায়ু-পানী খাই ডাঙৰ-দীঘল হৈছিলি, মৌ-মিঠা ভাষাৰ শব্দ শিকি এতিয়া যোগ্যতাৰ উচ্চ শিখৰত অৱতীৰ্ণ হৈছ, সেই কথা হয়তো তহঁতৰ বিলাসী জীৱনে পাহৰাই ৰাখিব। এতিয়া — উচ্চাকাংক্ষাত উত্ৰাৱল হৈ আছ যেতিয়া মোৰ কথাবোৰ নিশ্চয় তহঁতৰ খাপচাৰা লাগিব। পৃথিৱীৰ য'তেই নাথাক মানৱদৰদী হ'বলৈ যত্ন কৰিবিহঁক। তহঁতৰ গুণানুকীৰ্তন শুনি মৰিবলৈ পালেহে মোৰ জীৱন সাৰ্থক হ'ব বুলি ভাবিম। মোৰ কাৰণে অকণো চিন্তা নকৰিবিহঁক। মই মোৰ জীৱন পথ নিজেই পৰিচালনা কৰিম।

নির্দিষ্ট দিনা পুতেক-বোৱাৰীয়েকহঁত আমেৰিকালৈ উৰা মাৰিলে। শ্যামলীৰ বুকুখনত বিৰাট শূন্য একোটাই দৌৰি ফুৰিবলৈ ধৰিলে। মনাকাশত বাৰে বাৰে ভুমুকি মাৰিলে 'মা' শব্দটো উচ্চাৰণ হোৱা দিনটোৰ পৰা হাতত ফলি-পুথি লৈ প্ৰথম প্ৰাথমিক বিদ্যালয়লৈ পঠোৱা মধুৰতম ক্ষণবোৰলৈকে। তাৰ পিছত ইটোৰ পিছত সিটো পৰীক্ষা। অৰ্থাভাৱৰ গভীৰ দুৰ্দিনৰ দিনবোৰ। ঋণত পোত গৈ থকা গোটেই নিশকতীয়া মানুহজনী। অনবৰতে দুখত চকুৰ পানীৰে সিক্ত হৈ থকা চকুযুৰি। তাৰ পিছত সফলতাৰ চিক্‌মিকনি। আস্, কিযে মধুৰতম দিনৰ সমাগম। বৈধব্যৰ যাতনাত দুখে আচ্ছন্ন কৰা হৃদয়খনত ক্ষণিকপৰলৈ হ'লেও আনন্দৰ, সুখৰ, শান্তিৰ পাতলীয়া প্ৰলেপ। প্ৰত্যেক মানুহৰ মুখত শুনা প্ৰশংসাৰ বুটা বছা কথাবোৰ। কি যে অদম্য সাহস লাভ কৰিলে সেই নিশকতীয়া মানুহগৰাকীয়ে। খন্তেকলৈ হ'লেও জিলিকি উঠিল দুখৰ পঁজা। পাহৰিব পৰা হ'ল দুখেৰে আচ্ছাদিত দিনবোৰৰ দিনলিপি।

আকৌ শ্যামলীৰ সম্মুখত সমাগত হ'ল বৰ্তমান। তাইৰ কাষত বন্দী হৈ ৰ'ল সৰু পুতেক — সুবাস। সেইখন ছবি মানসপটৰ পৰা সমূলি মোহাৰিব পৰা নাই। মাত্ৰ ছমাহতে পিতৃহীনা সন্তানটোক ডাঙৰ কৰোঁতে পোৱা নিৰ্যাতনৰ কথাবোৰ। অসম্ভৱ উৎপতীয়া আছিল নুমলীয়া পুত্ৰ সুবাস। অত্যন্ত তীক্ষ্ণ বুদ্ধিসম্পন্ন সুবাসলৈ মাকৰ মৰম আছিল বেলেগ ধৰণৰ। নিবিড় মুহূৰ্তত তেওঁ সংগোপনে ভাবে এইটো ল'ৰাইহে দেউতাকৰ ঐতিহ্য ৰক্ষা কৰিব পাৰিব। সুবাসিত সুগন্ধি বিলাই দিব অসমীয়া আইৰ বুকুত। মাতৃভূমিৰ মুখ উজ্জ্বল কৰিব। জাতিক মহীয়ান কৰি তুলিব। প্ৰাণ আৰু প্ৰাচুৰ্যেৰে উপচি পৰিব সোণৰ সংসাৰ। সময় আৰু পৰিস্থিতি ঠিকেই আছিল তেতিয়া, কিন্তু অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ পৰা অসমী আইৰ বুকুলৈ উপৰ্যুপৰি ঘটনাবোৰ আহি পৰিল। অহিংসা নীতিকে শিৰোগত কৰি চলাই নিয়া আন্দোলনৰ নেতাসকলে আন্দোলন কৰি ৰাজনীতিত নামিল। গাদী লৈ খোৱা-কামোৱা লাগিল। সপোনৰ ৰামৰাজ্যৰ সপোন ভাগি চূৰ্মাৰ হ'ল। ন্যায়-অন্যায় বিচাৰ পাহৰি নেতাসবে কোটি কোটি টকাৰ কেলেংকাৰিত আত্মজাহ গ'ল। অহিংসাৰ ঠাইত হিংসা, মানৱতাৰ ঠাইত পাশৱিকতা, অত্যাচাৰ, লুণ্ঠন, বলাৎকাৰ আদিয়ে মাতৃভূমি ছাটি ধৰিলে।

উচ্চপদস্থ চাকৰিয়াল সুবাসেও অধিক লোভৰ আশাত গোপনে ড্ৰাগছৰ ব্যৱসায়ত লিপ্ত হ'ল। বহুত বাগান থকা মালিক এজনৰ ছোৱালী এজনীৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰি সুবাস এমাহো মাকৰ লগত নাথাকি একেখন নগৰতে ভাড়াঘৰ এটা লৈ আঁতৰি গ'ল।

নাই, শ্যামলীয়ে অকণো আপত্তি কৰা নাই। বিদায়ৰ পৰত মাথোন কৈছিল — "তহঁতে মোক দেউতাৰৰ ভেটিটোতে শান্তিৰে মৰিবলৈ দে। একো কথাতে যাতে জুলুম নিদিয়। স্মৃতি ৰোমন্থনেই হ'ব মোৰ জীৱনৰ চালিকা শক্তি।"

শ্যামলী অধিক দৃঢ় আৰু সাহসী হ'ল। দৈনন্দিন চলামেলাৰ সুবিধাৰ কাৰণে ল'ৰা এটাক লগত ৰাখি ল'লে। কিয়নো তেওঁৰ সংসাৰৰ পৰিসৰ সীমিত নাছিল। তেওঁৰ মনোবাঞ্ছা অনুসৰি তিনিওটা ল'ৰা থাকিব পৰাকৈ তিনিমহলীয়া ঘৰৰ আঁচনি কৰিছিল। অৱশ্যে সেই আঁচনিক ফলপ্ৰসূ কৰিছিল ডাঙৰ ল'ৰা সুদীপ্তই। মাকৰ নিবিড় সান্নিধ্য বিচৰা বৰপুতেকে এদিনলৈও মাকক এৰি থকাৰ কথা ভাবিব পৰা নাছিল। কিন্তু বিয়াৰ পিছত শহুৰেকৰ প্ৰচেষ্টাতহে সি আমেৰিকালৈ যাবলৈ মনস্থ কৰিলে। ওপৰৰ দুটা মহল ভাড়ালৈ দি তলৰ মহলত নিজে থকাৰ সুবিধা কৰি ল'লে। এটা সুন্দৰ কোঠালিত পুথিভঁড়াল এটা খুলিলে। কবি চিন্ময় বৰুৱাৰ সকলো সংগ্ৰহ কৰাৰ লগতে সংগৃহিত গ্ৰন্থসমূহো প্ৰণালীবদ্ধভাৱে সজাই ৰাখিলে। শিশুসকলৰ কাৰণে বেলেগ আলমাৰিত শিশু পুথি সংগ্ৰহ কৰি ৰাখিলে। প্ৰতি দেওবাৰে শিশুসকলৰ কাৰণে দুৱাৰ মুকলি কৰি ৰাখে। নিজে বহি মেলি পঢ়াৰ উপৰি ঘৰত পঢ়িবলৈ কিতাপ দিয়াৰ ব্যৱস্থা কৰিলে। সাহিত্য চৰ্চাৰ লগতে মহৎ গ্ৰন্থ অধ্যয়নৰ দ্বাৰা পোৱা মানসিক শান্তিয়েই শ্যমলীৰ নিঃসংগ যাত্ৰাপথত অনুপ্ৰাণিত কৰিলে। সমাজৰ উন্নয়মূলক কামত এনেদৰে আত্মনিয়োগ কৰিলে যে শ্যামলীৰ আৰু থমকি ৰ'বলৈ সময় নোহোৱা হ'ল।

আমেৰিকাবাসী দুই পুত্ৰৰ পৰা চিঠিপত্ৰ পাই থাকিল। দূৰৰ ঢৌ দূৰতে বিলীন হৈ যায়, কিন্তু একেখন নগৰতে থকা সুবাসৰ কাৰ্যকলাপে শ্যামলীৰ সুকোমল হিয়া বিদীৰ্ণ কৰি দিয়ে। সি নিজে উচ্চপদস্থ চাকৰিয়াল। অথচ ইমান

টকাৰ প্ৰলোভন কিয় হ'ল? অনবৰতে ৰাজনৈতিক কৰ্মীৰ আহ-যাঁও। জটিল সমস্যাৰ গোপনীয় বৈঠক। দিন যোৱাৰ লগে লগে সমাজৰ বিভিন্ন স্তৰৰ মানুহে তাৰ ঘৰত এনেদৰে আড্ডা দিবলৈ ধৰিলে যে তাৰ চাকৰিলৈ ওলাই যাবলৈকে সময় নোহোৱা হ'ল। তথাপি একো অথন্তৰ হোৱা নাই। এইখন দেশত নিয়মিতৰূপে চাকৰি কৰে কেইজনে? তাতে ৰাজনৈতিক বুদ্ধিজীৱীসকল সুবাসৰ সৌহাত স্বৰূপ। সকলো কথাৰ সম্ভেদ পাই শ্যামলী নিৰ্বিকাৰেই নহয় নিৰুত্তৰ আৰু অপুত্ৰকাৰ অভিনয় কৰাত লাগিল।

ইমানখিনি হোৱালৈকে জীৱনটোক সহজভাবে লোৱা শ্যামলীয়ে আৰু সহজভাবে ল'বলৈ নিবিচাৰিলে। নিজৰ ভেটিটোত স্বামী চিন্ময় বৰুৱাৰ নামত কিবা এটা অনুষ্ঠান পাতি চিৰস্থায়ী কৰাৰ লগতে জনকল্যাণ সাধন হয় তাৰবাবে উঠিপৰি লাগিল। এনে ধৰণৰ চিন্তা-চৰ্চা কৰি শ্যামলীয়ে তিনিও পুতেকলৈ তিনিখন চিঠি পোষ্ট কৰিলে। উদ্দেশ্য এয়ে যে তহঁতক মই শিক্ষা-দীক্ষা দি উপযুক্ত কৰি সংস্থাপন দিলো। এতিয়া প্ৰচুৰ অৰ্থ সম্পত্তিৰ অধিকাৰী হৈছাহঁক। গতিকে মই দেউতাৰৰ স্মৃতি যুগমীয়া কৰি ৰাখিবৰ কাৰণে এটি আঁচনিৰ সিদ্ধান্ত লৈছো। সেয়ে সেইখিনি সম্পত্তিৰ স্বত্বাধিকাৰী মই। তহঁতক ভৱিষ্যতে সম্পত্তিৰ ভাগ নিবিচাৰিবলৈ মই আগতীয়াকৈ জনাই থ'লো।

চিঠি পাই সৰু পুতেক সুবাসে অশান্তি কৰিব বুলি ভাবিছিল। কিন্তু ডাঙৰ দুজনকে অনুসৰণ কৰি আপত্তি নদৰ্শালে।

দিনে গতি সলালে। লাহে লাহে শ্যামলীৰ জীৱনলৈ বিয়লি বেলাই পাতল হালধীয়া ৰং বিয়পাই দিলে। হৃদয় আচ্ছন্ন হ'ল — সুন্দৰৰ আৰাধনাৰ প্ৰতি। কোনোবাই যেন সংগোপনে মনৰ মণিকোঠাত টুকুৰিয়াই থাকিবলৈ ধৰিলে। আসন্ন বিয়লি বেলা সমাগত। সময় বৰ তাকৰ। খৰধৰ কৰাৰ সময়। নহ'লে কোনদিনা বা অনন্তধামৰ আহ্বান আহে। অতি নিষ্ঠাবান, সৎসাহসী, দৃঢ়মনা, কৰ্তব্যপৰায়ণা শ্যামলীয়ে ঠিৰাং কৰিলে নিজৰ কষ্টোপাৰ্জিত বাসভৱনটো 'বৃদ্ধ সদন'লৈ ৰূপান্তৰিত কৰাৰ কথা। কেইবাজনো গুণী-জ্ঞানী ব্যক্তিৰ পৰা বুদ্ধি-পৰামৰ্শ গ্ৰহণ কৰি কামত পূৰ্ণোদ্যমে লাগি গ'ল। শাৰদী পূৰ্ণিমা তিথিৰ দিনা উদ্বোধনৰ প্ৰথম দিনটোৰ বাবে বাতৰি কাকতত বিজ্ঞাপন এটি প্ৰকাশ কৰিলে। মানুহৰ পৰা অভূতপূৰ্ব সঁহাৰি পালে। প্ৰথমটো বছৰত সীমিত সংখ্যক ব্যক্তিৰহে আবেদন মঞ্জুৰ কৰিলে।

উদ্বোধনৰ কাৰণে ঠিৰাং কৰা গোটেই দিনটো কেইবাটাও কাৰ্যসূচীৰ লগতে বিয়লি অনুষ্ঠিত কৰিলে কবি চিন্ময় বৰুৱাৰ স্মৃতিসভা আৰু এখনি কবি সন্মিলন। আগতেও শ্যামলীয়ে এই মৃত্যুদিনটোতে সদায় স্মৃতিচাৰণ সভাৰ লগতে কবি সন্মিলন এখন অনুষ্ঠিত কৰি আহিছে। এইবাৰৰ বিশেষ আকৰ্ষণ হ'ল বৃদ্ধ সদন উদ্বোধন আৰু তাত উপস্থিত থাকিব সেই বৃদ্ধসকল।

নিৰ্দিষ্ট দিনা শ্যামলীয়ে অতি তৎপৰতাৰে সকলো কাম আগুৱাই গ'ল। তিনিও পুতেকৰ আগমন নহ'ল যদিও জী-জোঁৱাইৰ উপস্থিতিয়ে শ্যামলীক অধিক সাহস যোগালে। সভাকক্ষত তেওঁৰ কৰ্মময় জীৱনত চিনাকি হোৱা অলেখ মানুহ আহি সভাগৃহত উপস্থিত হ'লহি।

প্ৰবীণ মুক্তি যুঁজাৰু বৰুৱাদেৱে এগছি বন্তি প্ৰজ্বলনেৰে উদ্বোধনী অনুষ্ঠানৰ শুভাৰম্ভ কৰিলে।

প্ৰথিতযশা সাহিত্যিক শ্ৰীযুত অমৰ চৌধুৰীদেৱে ফিটা কাটি বৃদ্ধ সদনৰ প্ৰৱেশদ্বাৰ উদ্বোধন কৰাৰ পিছত এজন এজনকৈ নিমন্ত্ৰিতসকল বৃদ্ধ সদনৰ ভিতৰলৈ সোমাই গ'ল।

শ্যামলীৰ আত্মত্যাগ আৰু দক্ষতাক সকলোৱে ভূয়সী প্ৰশংসা কৰিলে। বৃদ্ধসকলৰ কাৰণে যি আঁচনি গৃহীত হ'ল তাৰ বিষয়ে শ্যামলীয়ে সমবেতসকলক বুজাই দিলে।

উদ্বোধনী ভাষণৰ পিছত সভাপতিয়ে যিকেইটা কাৰ্যসূচী লৈছিল তাক পৰিচালনা কৰিলে। সেইটো অনুষ্ঠানৰ সামৰণি মাৰিহে পুনৰ কবি সন্মিলনৰ কাম আৰম্ভ হ'ব। শ্যামলীয়ে অনুষ্ঠানটো সামৰণি মাৰি শলাগৰ শৰাই জ্ঞাপন কৰাৰ উদ্দেশ্যে সভাকক্ষত থিয় হ'ল। তেনেতে তিনিজন ডেকা একেলগে থিয় হৈ ক'লে — বাইদেউ, আমাক অকণমান সময় দিয়ক, বিষয়টোৰ প্ৰতি আমাৰ কেইটামান প্ৰশ্ন আছে।'

শ্যামলীয়ে ওঁ বুলি শলাগি প্ৰশ্নসূচক দৃষ্টিৰে তিনিওজনলৈ চালে। তেতিয়া দুজনে নিজৰ আসনত বহিল আৰু নীতিশ চৌধুৰী নামৰ চঞ্চল ডেকাজনে উদ্মাভৰা ভাষাৰে ক'বলৈ ধৰিলে —'আমি অথনিৰে পৰা সকলোৰে মন্তব্য শুনিলোঁ।

এই আঁচনিৰ বিষয়ে আমি বিশ্লেষণ কৰিবলৈ নাযাওঁ। আপোনাৰ এই মহৎ উদ্দেশ্যত নিশ্চয় কোনোবা চক্ৰান্তকাৰীৰ হাত আছে। নতুবা কোনোবা কোটিপতি ৰাজনৈতিক ব্যক্তিৰো চাল থাকিব পাৰে। তেওঁৰ প্ৰচুৰ অৰ্থ-সম্পত্তি বাজেয়াপ্ত হোবাৰ আগতে আপোনাক এই সুযোগ প্ৰদান কৰিছে। এনে এটি অনুষ্ঠান আৰম্ভ কৰা মানেই বিশ্বৰ যাৰে-তাৰে পৰা অনুদান লাভ কৰা। তাতে দুজনকৈ পুত্ৰ আপোনাৰ আমেৰিকাত থাকে। নিশ্চয় তেওঁলোকৰ পৰাও আপুনি অৰ্থ সংগ্ৰহ কৰি এই মহৎ আঁচনি খুলি আপুনি নিজৰ নাম-ধামৰ লগতে দহৰো উপকাৰ সাধন কৰিব বিচাৰিছে। সেই কথা আমি নুই কৰিব নোৱাৰিম। কিন্তু এটা কথা আপুনি ভুল কৰিছে নেকি? যিসকল পিতৃৰ পুত্ৰ-পৰিবাৰৰ সুখ-শান্তিৰে বাস কৰিব পৰা যোত্ৰ আছে, সেই সকলকো আপুনি আপোনাৰ সদনলৈ বুজাই-বঢ়াই টানি আনি ভৰ্তি হ'বলৈ বাধ্য কৰাইছে। তাৰ বাবে আমি অত্যন্ত লজ্জিত হৈছো। কিয়নো আমালৈকে চাওক, আমি তিনিও উচ্চ পদস্থ চাকৰিয়াল। ভাত-কাপোৰৰ চিন্তা কৰিবলগীয়া অৱস্থা আমাৰ নহয়। তেনেস্থলত আমাৰ দেউতাইতকো এই বৃদ্ধ সদনলৈ টানি-আজুৰি আনি ভৰ্তি কৰোৱাৰ অৰ্থ কি? আমাক অক্ষম পুত্ৰ বুলি আপুনি অপমানিত কৰা নাইনে? কি অসুবিধাত পৰি দেউতাইতে জীৱনৰ এনে বন্দিত্ব গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিছে? বৃদ্ধকালত পো-বোৱাৰীৰে ভৰা সংসাৰখনত সম্পূৰ্ণ নিৰাপত্তাৰ মাজত সোমাই থাকিবলৈ ইমান অসুবিধা হ'লনে? নিশ্চয় ইয়াত আপোনাৰ উচটনি আছে। দেউতাইত ইমান আকোঁৰগোজ হোবাৰ অৰ্থ কি? আপুনি যি উৎসাহত বৃদ্ধ সদনটিৰ জন্ম দিছে, ভৱিষ্যতলৈ নিৰাপদ বা শান্তিদায়ক হ'ব বুলি ভাবেনে? যদি অশান্তি কঢ়িয়াই আনে? অসমৰ আশ্ৰম বিলাক দেখিছো নহয়, এচামৰ উচটনিত জন্ম হয় যদিও পিছত ভাত-কাপোৰৰ যোগাৰ দিব নোৱাৰা অৱস্থা হয়। চৰকাৰেও এই কথাবোৰত সমূলি মনকাণ নিদিয়ে। আপোনাৰ উদ্যমো এদিন নাইকিয়া হ'ব পাৰে। তেতিয়া এই ব্যক্তিসকলৰ প্ৰত্যাবৰ্তনৰ কথা নাহিবনে? আপোনাৰ ক্ষণিক আবেগৰ বাবে সৃষ্টি হোবা কাৰ্যৰ কাৰণে আমি অত্যন্ত দুখ পাইছোঁ।'

এনেদৰে কৈয়েই নীতিশ চৌধুৰী পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ প্ৰশ্নকৰ্তাজনৰ দৰে শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰি আত্মতৃপ্তি লাভ কৰা অভিলাষেৰে বহি পৰিল।

কাঁহ পৰি জিন যোবাৰ দৰে হৈছিল সভাকক্ষ। ক্ষন্তেক পিছতেই সভাকক্ষত মৃদু গুণগুণনি এটা বাহিৰ হ'ল।

শ্যামলীয়ে সভাপতিৰ অনুমতি লৈ মন্তব্য দাঙি ধৰিলে এনেদৰে — সমবেত সুহৃদ, হিতাকাংক্ষীসকল, আপোনালোকে বহুতেই হয়তো জানিছে মোৰ এই আঁচনিৰে মই মানৱ সেৱাৰ থলী এখনিহে বিচাৰিছো। সদ্যহতে মই লোকৰ পৰা একো অনুদান লোৱা নাই। এইখনি চলাবৰ কাৰণে যিমান টকা লাগিব সিমান টকাও মোৰ হাতত মজুত নাই। ওপৰ মহলটো মই ভাড়ালৈ দিছো। তাৰে যি টকা মোলৈ আহিব তাকে খৰচ কৰিম। ইয়াত ভৰ্তি হোৱা ব্যক্তিসকলৰ যাৰ যেনেকৈ বিদ্যা আছে তেখেতসকলক সেই বিদ্যাৰেই যি হয় উপাৰ্জনৰ পথ দেখুৱাই দিম। বিপদত পৰিলে চৰকাৰৰ পৰা অনুদান বিচাৰিম। মই আত্মসুখৰ কাৰণে এই কৰ্মত অগ্ৰসৰ হোৱা নাই। তোমালোক আজিৰ ডেকা ল'ৰানে? তোমালোকৰ এনে চিন্তা ভাবনা মই আশা কৰা নাছিলো। সেৱাৰ মানসিকতা নাথাকিলে দেশসেৱা কেনেকৈ কৰিবাহে? অৱশ্যে এটা কথা মনলৈ আহিছে, এটি অনুষ্ঠানৰ জন্মৰ দিনাই মৃত্যুৰ কথা চিন্তা কৰিব পৰা মানসিকতাত মই চমকিত হৈছো। তোমালোকৰ দৰে ঋণাত্মক মানসিকতা মোৰ নাই। নিজকে উচ্চ পদস্থ চাকৰিয়াল বুলি কৈ ইমান নৈৰাশ্যত ভুগিব লাগেনে? ইমানখিনি বয়োজ্যেষ্ঠ মানুহৰ আগত তোমালোকৰ ভিতৰৰ পৰিচয়টো নিজেই দাঙি ধৰা নাইনে? তোমালোকে কিয় এনেদৰে ক'ব নোৱাৰিলা — বাইদেউ, আপুনি লোকৰ হিতৰ কাৰণে যি মহৎ আঁচনি হাতত ল'লে সেই আঁচনিত বাধাপ্ৰাপ্ত হ'লে আপুনি চিন্তা নকৰিব, আমি আপোনাৰ নিচেই কাষতে আছো। মই তেতিয়াহে তোমালোকক আজিৰ ডেকাল'ৰা বুলি কলোহেঁতেন। লগতে মই পুত্ৰৰ আসনত বহুৱালোহেঁতেন। ভাঙোনমুখী চিন্তাৰে মোক হুমকি দিবলৈ আহিছা নহয়? এইটো কথা ভাবি চাইছানে — মোৰ যি সম্পত্তি তাক চলাই মেলি খোৱাৰ কথা ভৱা হ'লে মই অতি সুখেৰে বৃদ্ধকালটো অতিবাহিত কৰিব পাৰিলোহেঁতেন। এনেকুৱা ব্যস্ততা আৰু জঞ্জালৰ মাজলৈ নোসোমাই বিলাসী জীৱন যাপন কৰিব পাৰিলোহেঁতেন। অৰ্থ-সম্পত্তি প্ৰচুৰ থাকিলেও বহুত মানুহে জনহিতকৰ কাম কৰিব নোৱাৰে। দেখা নাইনে নতুন প্ৰজন্মই কেনেকুৱা কোটি কোটি কেলেংকোৰিত আত্মজাহ গৈছে। সেইসকলে জগতত সেৱাৰ মনোভাবেৰে কাম কৰি আগবাঢ়ি যাব পৰা হ'লে আমাৰ দেশখনৰ এনেকুৱা অৱস্থা হয়নে? মোৰ দুই পুত্ৰ আমেৰিকাত থাকে বুলিয়েই মই সিহঁতক টকা বিচাৰিম কিয়? মই সিহঁতৰ পৰা টকা বিচৰাটো বাদেই সিহঁতক পৈত্ৰিক

সম্পত্তিকণৰ পৰাও বঞ্চিতহে কৰিছোঁ। মোৰ ল'ৰাৰ চিন্তা-ভাৱনা-মানসিকতা তোমালোকৰ লগতহে মিলিব। অসমৰ বায়ু, পানী, মাটিত জন্ম হৈ ইয়াতেই উচ্চ শিক্ষা লাভ কৰি উচ্চ পদস্থ চাকৰি কৰি সুখে-সন্তোষে নিজ মাতৃ-ভূমিৰ সেৱা কৰিব নোৱাৰিলেহেঁতেননে? আমাৰ দেশত কি সিহঁতলৈ চাকৰি নাই? তেনেস্থলত মোৰ গৰ্ভত জন্ম লোৱা দুটাকৈ সন্তানক চহকী দেশ এখনক সেৱা কৰিবলৈ পঠাই দিছো। কি লাভ হৈছে আমাৰ দেশৰ? কিমান কষ্টেৰে মই পিতৃহাৰা সন্তানকেইটাক উপযুক্ত কৰিছিলো, কিন্তু সিহঁতে এতিয়া সেই সকলো পাহৰি পেলালে। মাতৃভূমিলৈ আহিবলৈ সময় নোহোৱা হ'ল। জন্মদাত্রী আইজনীকো মাত এষাৰ লগাবলৈ সময়ৰ নাটনি হ'ল। তাকে চিন্তা কৰিব নোৱাৰি লঘু কথাৰে মোক ভৰ্ৎসনা কৰিবলৈ আহিছা। তোমালোকে কেতিয়াও ভুল নুবুজিবা। মই দেউতাৰাহঁতক 'বৃদ্ধ সদন'ত ভৰ্তি হ'বলৈ নিজে নিমন্ত্রণ জনোৱা নাই। বস্তুতকে ছিটি দিব নোৱৰাৰ কাৰণে হতাশ মনেকে ষাব লগা হৈছে। তোমালোকৰ পিতৃসকলৰ দৰে বৃদ্ধসকলৰ অন্তৰ্দ্বন্দ্বৰ উমান নোপোৱা হ'লে মই এই আঁচনিত হাত দিবলৈ সাহস নাপালোহেঁতেন।

আপোনালোক তিনিও বৃদ্ধলৈ মোৰ বিনম্র অনুৰোধ সমবেতসকলৰ আগতে জনাওঁ যে মোৰ উচটনিত আপোনালোক ইয়ালৈ অহাটো সঁচানে?

শ্যামলীৰ কথা শুনি তিনিওজন ব্যক্তি থিয় হ'ল আৰু তিনিও একেটা মন্তব্যকে আগবঢ়ালে : পো-বোৱাৰীৰ লগত খোৱা-পিন্ধাত একোকে কষ্ট পোৱা নাই, কিন্তু বৰ নিঃসংগ অনুভৱ কৰিলো। বৃদ্ধ কালত ব্যস্ততা আৰু মানুহৰ সান্নিধ্যই যি শান্তি দিয়ে সেই শান্তিৰ পৰা তিনিওজন বঞ্চিত হ'লো। আজিকালি পো-বোৱাৰী, নাতি-পুতিৰ কাৰো ৰ'বলৈ সময় নাই। ব্যস্ততাৰ উপৰি ব্যস্ততা। প্ৰায়ে লোকৰ বোজা হোৱা যেন লাগে। তাতে আমি তিনিও চাকৰিয়াল আছিলো। ভাবিলো, স্বাধীনতাৰ থকা-মেলাৰ সুবিধা পালে আমাৰ আত্মিক তাগিদাৰ কৰ্মবোৰ কৰি যাব পাৰিম। কৰ্ম শক্তিয়ে আঁটে মানে। আমি বন্দী হৈ থাকি সুখ ল'ব নোৱৰাটোহে আমাৰ বিপদ হ'ল। অতি কম সময়ৰ ভিতৰতে আমি অকামিলাৰ দৰে হ'লোহঁক। সেয়ে নিজেহে এই সিদ্ধান্তত উপনীত হ'লো। এনেদৰে আটায়ে একেলগে থাকি চাওঁচোন কিজানিবা মানসিক শান্তি লাভ কৰোঁৱেই। আমাৰ অন্য অভিযোগ একো নাই। আমাৰ ল'ৰাহঁতেও অলাহকতে বৰুৱানীক ভুল বুজিব নালাগে। তেখেতৰ মহানতাক শ্ৰদ্ধা কৰিবলৈহে শিকিব লাগে। তেখেতৰ আদৰ্শ আৰু ত্যাগ যাতে উত্তৰ পুৰুষৰ বাবে অনুকৰণীয় হয়। আমাক বৃদ্ধ সদনত আশ্ৰয় ল'বলৈ সমূলি মতা নাই। আমি নিজেহে

আহিছোঁ। সেয়ে পুত্ৰৰ হৈ আমিয়ে পুত্ৰইহঁতে কৰা ভুলৰ বাবে ক্ষমা বিচাৰিছোঁ। তেখেতৰ মহান হৃদয়েৰে আমাৰ সকলোকে যেন ক্ষমা কৰি দিয়ে।

সভাগৃহ নিজম পৰিল। তিনি পুত্ৰই লাহে লাহে সভাগৃহ ত্যাগ কৰিলে। গভীৰ দুখেৰে শ্যামলীয়ে বহা ঠাঁইতে জুপুকা লাগি বহি থাকিল। সভাপতি মহোদয়ে সেই থমথমীয়া পৰিবেশটো নিয়ন্ত্ৰণলৈ অনাৰ মানসেৰে ক'লে — আপোনালোকে নিশ্চয় সকলো কথা বুজিব পাৰিলে। অযথাই সৃষ্টি হোৱা উত্তপ্ত পৰিস্থিতিটো শান্ত হৈ আহিল। এইদৰেই সৎ কাৰ্যত ধূলিস্যাৎ কৰিবলৈ বিচৰা এচাম সমাজবিৰোধী ব্যক্তি সমাজত থাকেই। এইসকলে ৰঘুমলাৰ দৰে কৰ্ম কৰি ভাল পায়। এইটো সত্য যে সৎ কাম এটা বাধা নোপোৱাকৈ সমাধা নহয়। গতিকে শ্যামলী বৰুৱাই নিশ্চয় দৃঢ়তাৰে নিজৰ পদক্ষেপত আগবাঢ়ি যাব পাৰিব। হতাশাই যেন মনাকাশ আচ্ছন্ন নকৰে। এতিয়া আমি দ্বিতীয় পৰ্যায়ৰ কাৰ্যসূচীলৈ আগবাঢ়োঁ। — সভাপতিয়ে নিজৰ মন্তব্য দাঙি ধৰি প্ৰথমখন সভাৰ সামৰণি ঘোষণা কৰিলে।

প্ৰতি বছৰে পাতি অহাৰ দৰে এইবাৰো 'নিৰলা কবি'ৰ মৃত্যু তিথিত উদ্‌যাপন কৰা কবি সন্মিলনখনিৰ সকলো কাৰ্যসূচী সুচাৰুৰূপে সম্পাদন কৰা হ'ল।

সত্তৰগৰাকী কবিয়ে স্বৰচিত কবিতা পাঠ কৰি সমবেতসকলক মোহিত কৰিলে। সেইখিনি সময়ত সকলোৱে এখন বেলেগ পৃথিবীত বিচৰণ কৰাৰ দৰে লাগিল। বন্দুক আৰু সন্ত্ৰাসৰ মাজত জীৱন-যাপন কৰা প্ৰত্যেকজন কাব্যপ্ৰেমীয়েই ক্ষন্তেকলৈ হ'লেও আত্মিক আনন্দ লাভ কৰিলে। 'শব্দই ব্ৰহ্ম' প্ৰতিজন কবিৰ কবিতাৰ অমৃতময় শব্দই সত্য, শিৱ, সুন্দৰৰ প্ৰতি মন-প্ৰাণ আলোড়িত কৰিলে। খন্তেকলৈ হ'লেও সকলোৱে তেজ আৰু ধূলিৰে ধূসৰিত হোৱা জীৱনৰ দিনলিপি পাহৰি থাকিবলৈ সক্ষম হ'ল। সেইদিনা কবিতাৰ সুবাসিত সুগন্ধিত অশেষ শ্ৰম ত্যাগ আৰু কষ্টেৰে উজ্জীৱিত কৰা 'আশ্ৰয়' নামৰ বৃদ্ধ সদনটি শ্ৰীকৃষ্ণৰ অন্তেষপুৰৰ দৰে উজ্জ্বলি উঠিল। শ্যামলী বৰুৱাই হাতযোৰ কৰি সকলোকে আপ্যায়িত কৰাৰ মুহূৰ্তত শ্ৰীকৃষ্ণৰ কৰুণাৰ প্ৰাৰ্থী বিপ্ৰ দামোদৰৰ দৰে অনুভৱ হ'ল। চৌদিশে যেন বিয়পি পৰিল শ্ৰীকৃষ্ণৰ ৰিণিকি ৰিণিকি বাজি উঠা বাঁহীৰ এটি সুমধুৰ সুৰ। ○

# সুৰ হৈ ৰোৱা অষ্টপ্ৰহৰ

প্ৰকৃতিয়ে প্ৰায়ে তন্ময়াভিভূত হৈ বহি থাকে। জাগতিক পৃথিৱীখনৰ একো বস্তুৱেই তাইক আজিকালি মোহাচ্ছন্ন কৰিব নোৱাৰে। জীৱনৰ কম সময়তে মোহশূন্য হ'ব পৰা কম ডাঙৰ কথা নহয়। বাহ্যিকতাৰ টৌত গোটেই পৃথিৱীখন অথিৰ-অবিৰ হৈ পৰাৰ সময়তো প্ৰকৃতি কিন্তু মোহশূন্য হৈ পৰিল। এটা সময়ত তাইৰ কি আশ্চৰ্যজনক প্ৰেম আছিল এই মায়াভৰা পৃথিৱীখনলৈ। নিতান্তই স্মৰণীয় যে পৃথিৱীৰ প্ৰেমে কেৱল কবিকে দেউলীয়া নকৰে, তাইৰ দৰে কেৱল ক্ষুদ্ৰতম প্ৰাণী এটাকো প্ৰাকৃতিক সৌন্দৰ্যই পৃথিৱীৰ প্ৰেমে দেউলীয়া কৰিবলৈ বিচাৰে।

আহ্ কিমান মনোমোহা এই পৃথিৱীখন। দুচকু যেনিয়েই যায় তেনিয়েই সৌন্দৰ্যৰ সমাহাৰ। বন্দুক বাৰুদ, ধোঁৱা-ছাঁইৰ কদৰ্যতাবোৰ প্ৰকৃতিয়ে কেতিয়াবা কেতিয়াবা পৃথিৱীৰ মনোৰম সৌন্দৰ্য সন্ধান কৰোতে একাষৰীয়াকৈ থৈ আত্মিক আনন্দ লাভ কৰে। তেজ আৰু ধূলিৰে ধূসৰিত হোৱা পৃথিৱীৰ দৃশ্য মনলৈ আহিলে প্ৰকৃতিৰ সৌন্দৰ্যইচোন ম্লান হৈ পৰিব। দুচকুত ভাঁহি উঠা নানান বৰ্ণচ্ছটাই তাইৰ মন শোকাচ্ছন্ন কৰি পেলাব। মনশ্চক্ষুৰ পৰা বিমালনন্দৰ স্পৃহা আঁতৰি যাব। তাই অতিক্ৰম কৰি অহা জীৱনৰ পুৱাবোৰ কিমান সজীৱ আৰু বৰ্ণময় আছিল। তাই এদিন গান গাইছিল এনেদৰে ঃ অ' কোমল পুৱা অ', কোমল পুৱা, তোৰ পৰশে আগুৰি আছে মোৰ আকুল হিয়া।

সঁচাকৈয়ে কম মনোমোহা নে এই পৃথিৱীখনৰ পুৱাৰ নিৰিবিলি পৰিবেশ। ৰিব্‌ৰিব্‌কৈ বলা বতাহ .........., সেই বতাহত ভাঁহি অহা সুমধুৰ সংগীতৰ মধুৰ মূৰ্চ্ছনা, ভোমোৰাৰ গুণ গুণ, মাজ নিশা কেতেকীৰ অবুজ তানত প্ৰাণলৈ ভাঁহি অহা কিবা এটি মায়াসনা ছন্দ, নিশাৰ শিয়ালৰ আৰাও, চৰাই-চিৰিকটিৰ খিচিৰ-মিচিৰি শব্দ আদিত প্ৰাণত হেন্দোলনি তোলা ভাষাৰ কিবা এক অনামী মিছিল। নদ-নদী, নিজৰা, জান-জুৰি, পৰ্বত-পাহাৰ— এইবোৰে সঘনাই তুলি থকা প্ৰাণৰ হেন্দোলনিৰ কথাবোৰ নকলোৱেইবা। বাহ্ বাহ্ এইবোৰ কি?

এইবোৰ নিৰ্জীৱ প্ৰকৃতিৰ কিনো শ্ৰেষ্ঠতম নিদৰ্শন। প্ৰকৃতিৰ প্ৰাণত হেন্দোলনি তুলি থকা মধুৰ ঝংকাৰ নেকি? ভাবি ভাবি পাৰ নোপোৱা হৈ প্ৰকৃতি কিন্তু আশ্বস্ত হ'ব নোৱাৰে। কিয় বাৰু তাইৰ প্ৰাণৰ ভাষাই একোকে ৰূপায়ণ কৰিব নোৱাৰে। তাইৰ ভাব হয়, এই প্ৰেমময় পৃথিৱীখনৰ সৌন্দৰ্যত বুৰ গৈ থাকি বাস্তৱ জগতখনৰ সকলো শুভ দৃষ্টিক সৃষ্টিলৈ ৰূপায়িত কৰি পৰম প্ৰিয় চৈতন্যত লীন যাব পৰা নাই? কেনেকৈ ভাবিলেনো বাস্তৱ পৃথিৱীখনৰ চিত্ৰকল্পবোৰ তাইৰ হৃদয়ৰ পৰা লাহে লাহে আঁতৰি যাব। সেই কথা তাইৰ উপলব্ধিৰ শীৰ্ষ বিন্দু ঢুকি নোপোৱা হৈছে। এনেকুৱা দিন তাইৰ জীৱনলৈ আহিছিল যে পৃথিৱীখনৰ বহুত কথাই সুন্দৰভাৱে উপলব্ধি কৰি পৰম তৃপ্তি লাভ কৰিছিল। সেইখনি আছিল শিশুৰ দৰে অনাবিল সুখ শান্তি আৰু আনন্দত বাস কৰা মোহময় আকলুৱা প্ৰেম আৰু কৰুণাৰে ভৰা ছন্দময় পৃথিৱী। য'ত বাস্তৱ নাই। কেৱল স্বপ্ন আৰু কল্পনা, কল্পনা আৰু স্বপ্ন। মিছা কথা, বাস্তৱ নোহোৱাকৈ মানুহ জীয়াই থাকিব নোৱাৰে। এৰা, বাস্তৱ বুলি ক'লেই প্ৰকৃতিৰ নিদাৰুণ সত্য এটাৰ কথা মনলৈ আহি পৰে। তেতিয়াই তাই এই প্ৰেমময় মৰম আকলুৱা পৃথিৱীখনৰ পৰা হেৰাই যাব খোজে। চকুৰ আগত চমক লগাই থকা জ্যোতিৰ্ময় ৰূপসজ্জা আঁতৰ কৰি হৃদয়ৰ কোনো ধৰণৰ তাগিদা নুবুজাকৈ আঁতৰি যাবলৈ বিচাৰে। তাই ক'ৰবাত লুকাই থাকি জাগতিক পৃথিৱীখনৰ কথা পাহৰি থাকিব পাৰিবনে? বাস্তৱক সমুদ্ৰৰ অতল গহ্বৰলৈ ঠেলি দি তাই আশ্বস্ত হ'ব পাৰিবনে?

প্ৰকৃতি তন্ময়াভিভূত হৈ ভাবি থাকিও ভাবিব নোৱাৰা হয়। বৰ্তমান অতীত ভৱিষ্যৎ, কাল-মহাকাল, সময়-অসময়, সপোন-দিঠক, বাস্তৱ-অবাস্তৱ এই সকলোবোৰেই তাইৰ হৃদয়ত স্থিতি লৈ জলপ্ৰপাতৰ সৃষ্টি কৰিলেও নিদাৰুণ বাস্তৱটোৰ দৰে একোৱেই তাইক শিলাখণ্ডত পৰিণত কৰিব পৰা নাই।

ঠিকেই, প্ৰকৃতিয়ে সপোনতো ভাবিব পৰা নাছিল এনেকুৱা নিদাৰুণ বাস্তৱৰ লগত সহবাস কৰিব লাগিব বুলি। তাই এখন ৰসোত্তীৰ্ণ ছন্দময় পৃথিৱীত প্ৰাণৰ উল্লাসত, সৃষ্টিৰ প্ৰেৰণাত, মানুহ হৈ জীয়াই থকাৰ তুমুল সংগ্ৰামৰ দিনপঞ্জী তৈয়াৰ কৰি লৈছিল। য'ত দুখ-যাতনা, হতাশা-নিৰাশা যিমানেই নাহক লাগিলে,

পৰম সত্যৰ অন্বেষণত দেহ-মন নিমজ্জিত কৰি বিমল আনন্দ উপভোগ কৰিছিল। পৃথিৱীৰ ৰূপ-ৰস, গন্ধ-স্পৰ্শ, প্ৰেম-ভালপোৱা, আশা-প্ৰত্যাশা, আকুলতা নিৰৱতা আদি হৃদয়ৰ কথা বুজা প্ৰতিটো সত্তাই প্ৰকৃতিক তেনেদৰে আকুল কৰি ৰাখিছিল সেই কথা কৈ ল'লেহে তাইৰ জীৱন দৰ্শনত ৰেখাপাত কৰিবলৈ সহজ হ'ব।

প্ৰকৃতিয়ে এদিন মাতৃৰ গৰ্ভৰ পৰাই পৃথিৱীৰ পোহৰ দেখিছিল। দেৱশিশুটি একলা-দুকলাকৈ বাঢ়ি যোৱাত চেৰাশালিৰ পৰা উলিয়াই আনি মুকলি আকাশৰ তলৰ ঢাৰিপাটীত শুৱাব পৰা হ'ল। এদিন সেই গোলাপী ৰঙৰ কণমানি শিশুটি উজ্জ্বল নয়ন দুটিৰে আকাশ চোৱা দেখি সম্বন্ধীয় মানুহ এজনে আবেগিক হৈ হেনো কৈছিল, 'দুমহীয়া শিশুটিয়ে কেনেকৈ আকাশৰ সৌন্দৰ্য উপভোগ কৰিছে চোৱাহিচোন। আগলৈ এইজনী নিশ্চয় প্ৰকৃতিৰ উপাসক হ'ব। কবিতাৰে ছন্দোময় পৃথিৱীখনত বিচৰণ কৰিব পাৰিব। সেয়ে তাইৰ নাম মই প্ৰকৃতি থ'লো। সেইদিনাৰে পৰা তাইৰ নাম প্ৰকৃতি বুলিয়েই জনাজাত হ'ল।

সকলোৱেই প্ৰকৃতিৰ উপাসক হ'ব বুলি নিৰ্ণয় কৰা কণমানি দেৱশিশুটি কিন্তু পৰিয়ালৰ অবাঞ্ছিত কন্যা সন্তানহে আছিল। কল্পনা কৰিব নোৱাৰি এক পইচা উপাৰ্জন নথকা ভলণ্টিয়াৰ মানুহ এজনৰ তিনিজনী ছোৱালী। তাইৰ জন্ম হওঁতে তৃতীয় সংখ্যাৰ ভিতৰত পৰিল কাৰণে মৰিবলৈ শাও দিছিল। অৱশ্যে প্ৰকাশ্যে ক'বলৈ সাহস কৰা নাছিল। কিয়নো চেৰাশালিৰ পৰা ধাইজনীয়ে আকৌ ছোৱালীহে বুলি চিঞৰাত ককাৰকে একেজাপেই গৈ কলপাত এখিলা কাটি আনি দি হেনো ক'লে, 'হওক তেওঁ, মোৰ ঘৰলৈ আৰু এজনী লখিমী আহিল। সেই কন্যা সন্তানটিয়েই একলা-দুকলাকৈ বাঢ়ি গৈ বৰ্তমান যৌৱনাৱস্থাও অতিক্ৰম কৰিলেহি।

মহাভাৰতৰ প্ৰিয় চৰিত্ৰ অৰ্জুন বুলি ভাবি ভালপোৱা ভাববিলাসী, করুণাময়ী প্ৰকৃতিৰ জীৱনৰ পাণ্ডুলিপি অতি স্পৰ্শকাতৰ। ভগৱানে বুজি নাপালে পৃথিৱীৰ প্ৰেমত মত্তলীয়া হোৱা পৃথিৱীখনক মংগলময় চিন্ময় ৰূপত দেখা পোৱা এই সত্তাটিক ভগৱানে বাৰে বাৰে প্ৰতিশোধ ল'বলৈ যায়? পৃথিৱীৰ সকলো সম্পদৰ প্ৰতি মোহশূন্য হৈ পৰাত জীয়াই থাকিবলৈকে জটিল হৈ পৰিল। তথাপি জীয়াই আছে। পৃথিৱীখনক মংগলময় চৈতন্য ৰূপত দেখা

পোৱা প্ৰেম আকলুৱা নাৰী সত্তাটিক ভগৱানে কিয় বাৰু অন্যায় কৰিলে? অকালতে নিদাৰুণ দুখত পতিত কৰিলে। বুকুখনত বাহ লোৱা দুখবোৰ আঁকুহি-বাকুহি উলিয়াই আনি তাইৰ এনেদৰে ভাবিবলৈ মন যায় — ঈশ্বৰবো শাও লাগিব। তেওঁৰ সৃষ্টিক ভালপোৱা — সৃষ্টিৰ সাধনাৰে পৃথিৱীত শান্তি প্ৰতিষ্ঠা কৰিবলৈ বিচৰা এই সত্তাটিক অন্যায় কৰিলে নেদেখা ঈশ্বৰবো শাও লাগিব কিন্তু। সৎ আৰু নিষ্ঠাৰে পৃথিৱীত কাম কৰি ভাল পোৱা মানুহক ঈশ্বৰে প্ৰতি ক্ষেত্ৰতে আগবঢ়াই নিব লাগে। মাজে মাজে তাই এইদৰে কল্পনা কৰি ভাল পায়, তাইৰ কলিজাখন কোনোবাই কুটি পেলাইছে। সেই কুটি পেলোৱা কলিজাখন কোনোবাই পুতি পেলাবলৈ তাইতকৈ পৃথিৱীৰ দুখী মানুহবোৰৰ দুখবোৰ গুজি দিয়েহি। কিন্তু তেতিয়াও নিয়ন্ত্ৰণলৈ আহিব পৰা নাই। প্ৰকৃতিক মানুহে কয়, 'তোমাৰ দুখ আনৰ লগত তুলনা কৰি চোৱাচোন। তেতিয়া দেখিবা তুমি পৃথিৱীত অকলশৰীয়া নহয়। তোমাৰ দৰে অকলশৰীয়া হোৱা মাতৃ অলেখ আছে। কিন্তু কিয় জানো তাই প্ৰকৃতিস্থ হ'ব নোৱাৰে। অৱচেতন মনত কেতিয়াবা তাই ভাবে, কোনো দুখ কোনো দুখৰ বিকল্প হ'ব নোৱাৰে। কিন্তু নহয়, দুখহে বিকল্প হৈ ইজনে সিজনৰ, সিজনে ইজনৰ বুকুত বাহ সাজি বহে।

সেইজনী প্ৰকৃতিয়েই পৃথিৱীত সৃষ্টিৰ সাধনা কৰিবলৈকে জীৱনত দুখ আৰু প্ৰাচুৰ্যৰ সপোন দেখিছিল। কিন্তু সুখৰ এচমকা পোহৰে বাটত জিলমিলাইছিলহে, খন্তেকতে বজ্ৰপাত পৰি নিস্পন্দ কৰি পেলালে। স্বাধীনতা সংগ্ৰামী এজনৰ ঘৰত জন্ম লাভ কৰি, দৰিদ্ৰতাৰ চৰম সীমাত অৱতীৰ্ণ হৈ যি সকলে পৰা নিৰ্যাতন ভোগ কৰি শিক্ষা আহৰণ কৰিছিল — সেই কথাবোৰ এতিয়ালৈ ৰূপকথা হ'ল। শিক্ষাৰ অন্তত চাকৰিও বিচাৰিছিল। কিন্তু ভেটি দিবলগীয়া হোৱাৰ কাৰণে তাই চাকৰি ল'ব নোৱাৰিলে। বিবেকৰ ওচৰত হাৰ মানিব তাই নোৱাৰে। তথাপি কোনো খৰণৰ ক্ষোভ নাই।

শান্ত-সমাহিত উজ্জ্বল প্ৰত্যাহ্বানৰ দুৱাৰডলিত থিয় দি শান্তিৰ পথত গতি কৰিবলৈ প্ৰকৃতিৰ দুৰ্বাৰ বাসনা আছিল। কিন্তু সেই বাসনাত সাঁতুৰিবলৈ তাই কোনো ক্ষেত্ৰতে অকণো সুবিধা নাপালে। জীৱনত যুঁজি যুঁজি জীয়াই থাকিবলৈ

চলোৱা প্ৰচেষ্টাত তাই কোনোদিনে পিছহোঁহকা নাছিল।

আকৌ এবাৰ ৰণছুকোৰ আহিল। অস্তিত্ব ৰক্ষাৰ আন্দোলন। মনে-প্ৰাণে দেশখনৰ সুস্থিৰ বাতাবৰণ এটি কামনা কৰি সকলো নিৰ্যাতন নিৰ্বিবাদে সহ্য কৰি যিকণ ক্ষুদ্ৰ ত্যাগ কৰিছিল, সময়ত সেইকণো সকলোৱে পাহৰি পেলালে। আন্দোলনৰ নেতাসকলে মূল সুঁতিৰ পৰা ওলাই আহি দেশখনতকৈ গ'দীখনতহে অধিক গুৰুত্ব দিলে। তেতিয়াও প্ৰকৃতিৰ চাকৰিৰ বয়স আছিল। কিন্তু তাই চাকৰি বিচাৰি হায়ৰাণ হৈছিল যদিও চাকৰি নাপালে। যিবোৰ মানুহে চাকৰি পায় সেই মানুহবোৰৰ চক্ৰান্তৰ কথাবোৰ তাই চিন্তা কৰিবতো নোৱাৰেই কাৰো ওপৰত ভৰসাও কৰিব নোৱাৰে। দেশসেৱাৰ বাবে, জনগণৰ মংগলৰ বাবে কিবা অকণমান কাম তাই কৰি আহিছে-যদিও তাৰ বিনিময়ত আজিকালিৰ বহুতৰ দৰে সা-সুবিধা বিচৰা নাই। অথচ কোনেও ভুলতো তাইক সোধা নাছিল — তুমিনো কেনেকৈ আছা?

এগৰাকী স্বাধীনতা সংগ্ৰামীৰ জীৱনী গ্ৰন্থ এখনি প্ৰকাশৰ কাৰণে চেষ্টা কৰি আৰ্থিক অনাটনৰ বাবে মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজিৰ পৰাও সামান্য অনুদান এটি বিচাৰিছিল। কিন্তু নাপালে। অশেষ কষ্ট কৰি তাই গ্ৰন্থখনি প্ৰকাশ কৰি ব্যক্তিজনৰ জীৱিত কালতে দেখুৱাই দি এগৰাকী দেশপ্ৰেমিক মানুহৰ দেশখনৰ কাৰণে ত্যাগ কৰাৰ মূল্য তাই তেনেদৰেই দিলে। তথাপি কালৈকো ক্ষোভ নাই। কেৱল চিন্তা — দেশখনলৈ কেনেকৈ সুস্থিৰ বাতাবৰণ এটি কঢ়িয়াই আনিব পাৰে, নৰমেধ যজ্ঞৰ অন্ত পেলাই দেশখন উদ্ধাৰ কৰিব পাৰে, সুহৃদ ভাইহঁতৰ হাতৰ বন্দুকবোৰ আঁতৰাই পেলাব পাৰে, ঘৰে ঘৰে শান্তি-সম্প্ৰীতি অক্ষুণ্ণ ৰাখিব পাৰে। বস্তুবাদৰ হেঁচাত পেঁপুৱা লগা যুৱ শক্তিক ওপৰঞ্চি এসোপাৰ বাবে লাগি থাকি অযথা সংঘাত চপাই নানিবলৈ শিকনি দিব পাৰে। এইবোৰ কথাকেই চিন্তা কৰি প্ৰকৃতিয়ে হাতত কলম তুলি লৈ যি পাৰে সৃষ্টি কৰি যায়। বুদ্ধিজীৱী সকলে গ্ৰহণ কৰিলেও কৰক, নকৰিলেও কোনো ধৰণৰ ক্ষোভ নাই। তাইৰ দৰে নিচেই সাধাৰণ মানুহখিনি কিন্তু তাইৰ লিখনি পঢ়ি উপকৃত হয়। অনুপ্ৰেৰণামূলক বাৰ্তাও প্ৰেৰণ কৰে। তাইৰ লিখনিয়ে দুশজন বুদ্ধিজীৱীক উপকৃত কৰিব নোৱাৰিলেও দুহেজাৰজন সাধাৰণ মানুহক কিন্তু উপকৃত কৰিব পাৰে। তাতেই তাই শান্তি পায়। নিৰ্যাতিত,

নিষ্পেষিত, ক্ষুধাতুৰজনক কিবা এটা দিবলৈ চেষ্টা কৰে। প্ৰয়োজন সাপেক্ষে শক্তিয়ে আটে মানে নিছলাজনক সেৱা কৰে। এইদৰেই সৰু-সুৰা কামবোৰ কৰিহে তাই আত্মিক আনন্দ উপভোগ কৰে।

এইবোৰ কাম কৰি ভাল পোৱা মানুহজনীকো অন্তৰ্যামী নাৰায়ণে বেয়া পালে। কৰ্মময় জীৱনটোক অভিশাপ দিলে। হৃদয়খন ঠেকেচি ঠেকেচি ভাঙি চুচুৰ্মৈ কৰি পেলালে। মাজে সময়ে হিয়াখন জোৰা লগাবলৈ তাই যত্ন কৰে। নাৰী এনেকুৱা সৃষ্টি — যি পৃথিৱীৰ সমস্ত দুখ বুকুতে তৰপে তৰপে গাঁথি সময় সাপেক্ষে অভিনয় কৰি যাব পাৰে। প্ৰকৃতিও সেই অভিনয়ত অভ্যস্ত হৈ পৰিল। তাইৰ জীৱনৰ পৰা অন্ধকাৰৰ দুটা বছৰ পাৰ হঁও হঁওঁ। ঘৰখনলৈ অহা মানুহৰ সমাবেশে নিসংগতাক গিলি পেলাইছে। প্ৰতিজন মানুহেই মাজে সময়ে আত্মিক তাগিদাত নিঃসংগ হ'ব লাগে। তাক বিচক্ষণতাৰে নিয়ন্ত্ৰণ কৰাটোহে বুদ্ধিমানৰ কাম। নহ'লে সময়ৰ কুটিল গ্ৰাহে কাক কোন সময়ত নিঃশেষ কৰি দিয়ে তাৰ নিশ্চয়তা নাই। এতিয়া প্ৰকৃতিয়ে পৃথিৱীৰ দুখী মানুহবোৰৰ শাৰীত পৰি তাক নিয়ন্ত্ৰণত ৰাখিব পাৰিছে। তাইৰ ফুটা কলিজাখনৰ ফুটাবোৰ তাইৰ দুখৰ সমভাগী হোৱা মানুহবোৰৰ মুখৰ শব্দবোৰে পুতিবলৈ বিচাৰিছে। সেই প্ৰিয় মানুহবোৰ কেতিয়াবা তাইৰ ঘৰখনলৈ সোমাই আহিবলৈকে সাহস নকৰে। ন যযৌ ন তস্থৌ অৱস্থা। কিজানিবা প্ৰকৃতিয়ে হিয়ালি-জিয়ালিকৈ কান্দি-কাতি পৰিবেশটো নষ্ট কৰি দিয়ে। কিন্তু প্ৰকৃতি অবিচলিত। এসময়ত প্ৰতিটো ছেকেণ্ড তাই একেটা কথাকে কৈ থকা হৈছিল, যদিও প্ৰয়োজনীয় সকলো কামৰ তদাৰক কৰি আছিল। শুই, বহি সময়বোৰ শেষ কৰি কটোৱা নাছিল। সুৰৰ জোনাকেৰে ভৰি থকা ঘৰখন শূন্যতালৈ পৰ্যবসিত হোৱাতো তাই প্ৰিয়জনক আমনি দি শান্তি নাপায়। ঠিকেই, তাই অতি নিৰ্মমভাৱে নিদাৰুণ সত্যটোৰ লগত মুখামুখি হ'ল।

সেইদিনা আছিল ১৯৯৭ চনৰ ৪ ছেপ্তেম্বৰ। প্ৰকৃতিৰ একমাত্ৰ পুত্ৰ কলেজৰ পৰা অহাৰ পিছত ভাত-পানী খাই কলেজৰ ছাৰ এজনৰ ওচৰত আবেলি ক্লাছ এটা কৰিবলৈ গ'ল। ঘৰখন নিজম নিতাল। সকলো নিজ নিজ কামত ব্যস্ত। গতানুগতিকতাৰে সেইদিনাও সোণটোৰ দেউতাক অফিচৰ পৰা আহি প্ৰকৃতিলৈ চাই অতি কাতৰ স্বৰে ক'লে, 'তোমাক বৰ দুখৰ সংবাদ এটা

দিম। আমাৰ সোণটোৰ বন্ধু সিদ্ধাৰ্থ ঢুকাল।' বহুত সময় প্ৰকৃতি শিলাস্তম্ভৰ দৰে বৈ থাকিল। বাধাহীন চকুলোৰ ধাৰে তাইৰ দুগাল ওপচাই পেলালে। থোকাথুকি মাতেৰে নেদেখা ঈশ্বৰক প্ৰশ্ন কৰিলে — তুমি ইমানেই নিষ্ঠুৰনে? মানুহৰ একমাত্ৰ পুত্ৰটিকো বুকু শুদা কৰি লৈ গৈ শান্তি পোৱানে? তেনেহ'লে দিয়া কিয় সুবাসিত সুগন্ধিৰ সৈতে কেইটামান পলক অতিবাহিত কৰিবলৈ? ৰুণুক-জুনুক নূপুৰৰ ধ্বনিৰ লগত সহবাস কৰিবলৈ? তাৰ পিছত ৰিণিকি-ৰিণিকি জাঁহি অহা মিঠা কণ্ঠৰ স্বৰৰ পৰাও বঞ্চিত কৰি পৃথিৱীত জীয়াতু ভুগি জীয়াই থাকিবলৈ দিয়া। এনে তোমাৰ বিচাৰনে? ইমানেই তুমি তোমাৰ সৃষ্টিৰ প্ৰতি নিষ্ঠুৰ হ'ব পাৰানে? প্ৰকৃতিয়ে আৰু ভাবিব নোৱাৰা হয়।

সেইদিনাই সোণটিয়ে ক্লাছ কৰি আহি সজল নয়নেৰে মাকৰ ওচৰত থিয় হৈ সেই একেটা সংবাদকে দিলে। আকৌ কলিজাত জলপ্ৰপাতৰ সৃষ্টি। মুখৰ ভাষাহৰা এখন নিৰ্বাক পৃথিৱী। প্ৰকৃতিয়ে আশ্বস্ত হৈ ভাবিলে হ'ওক তেওঁ ................. সি নিজেই সেই সংবাদ শুনি আহিছে।

'মা, মই এতিয়াই গৈ সিদ্ধাৰ্থৰ দেউতাক-মাকক মাত এষাৰ লগাই আহিমগৈ।' ....... সোণটিয়ে মাকক ক'লে। প্ৰকৃতিয়ে থোকাথুকি মাতেৰে ক'লে, 'তুমি আজিয়েই যাব নালাগে সোণ। মাক-দেউতাক অকণমান শান্ত হ'ওক। তুমিয়ে ময়ে গৈ তেওঁলোকক মাত এষাৰ লগাই আহিম।'

'মা, জীৱনটোত একো নাই, বুজিছা। একো নাই। নিমিষতে সকলো শেষ হৈ যায়। ময়ো যদি এই ধৰা এৰি গুচি যাওঁ, তোমালোকে অকণো দুখ নকৰিবাহঁক। মোৰ সকলো কাম নিমিষতে শেষ হৈ গলে তোমালোকে তেতিয়াই ধৰিব নোৱাৰিবা। মই তোমালোকৰ মুখাগ্নি কৰিব নোৱাৰিম। মই যে তোমালোকক ইমান ভাল পাওঁ ............।

দুখৰ মুহূৰ্তত শোকাকুল পৰিবেশত সোণটিৰ মুখৰ পৰা এইবোৰ কি কথা ওলাইছে বুলি তাক হেঁচা মাৰি ধৰি, বিছনাখনত বহুৱাই দি ক'লে, 'তুমি এইবোৰ কি কৈছা? তুমি আমাৰ মাজৰ পৰা নিমিষতে আঁতৰি যাবা? তুমি আমাৰ একমাত্ৰ ল'ৰা। তুমি মুখাগ্নি নকৰিলে কোনে কৰিব? সঁচাকৈয়ে কোৱা, তুমি চেতন নে অবচেতন মনত এনেদৰে কৈছা? সঁচাকৈয়ে সোণ, তুমি কিন্তু

মনৰ পৰা এনে ভাব আঁতৰাব লাগিব। বুজিছোঁ, তোমাৰ বন্ধুৰ মৃত্যুৰ সংবাদে তোমাক মৰ্মান্তিক আঘাত দিছে। তথাপি তুমি এনেকুৱা কথা মনলৈ নানিবা। তুমি যে আমাৰ একমাত্ৰ ল'ৰা।

১৯৯৭ চনৰ ৭ ছেপ্টেম্বৰ প্ৰকৃতিৰ বৰ মৰমৰ ঋতু শৰতৰ আগমনৰ মাহ। তেনেকুৱা এটা মাহৰ ১৮ ছেপ্টেম্বৰৰ দিনা প্ৰকৃতিৰ কোলালৈ এটি নৱ শিশু আহিছিল। প্ৰেম আৰু মমতাৰে ঘৰখনি পূৰ্ণ হৈ উঠিছিল। সপোন দেখি ভাল পোৱা মানুহৰ দৰেই প্ৰকৃতিয়েও শিশুটিক 'মানুহ' গঢ়াৰ সপোন দেখিছিল।

দেওবাৰৰ দিনবোৰ সোণটিৰ বৰ ব্যস্ততাৰ দিন। বন্ধবাৰ কাৰণে অকণমান শুবলৈ মন গ'লেও সময়ে নুকুলায়। পুৱাতে ক্লাছ কৰিবলৈ গৈ ঘূৰি আহি পুনৰ আৰ্ট স্কুললৈ যায়। তাৰ পিছত ক্ৰিকেট খেলিবলৈ ......। খেলৰ পৰা আহি গা-পা ধুই ঘৰুৱা কাম-বন। উস্ সি যেন উশাহেই নাপাব। ৭ ছেপ্টেম্বৰৰ দেওবাৰৰ দিনটোও তাৰ বৰ ব্যস্ততাৰ দিন। উক্ত তালিকাৰ সকলো কাম কৰি এঘাৰ বজাত আজৰি হৈ একমাত্ৰ ভাগিনীয়েকৰ মুখত অন্ন দিবলৈ গৈছিল। বন্ধু কেইজনমানকো অন্নপ্ৰাসনলৈ নিমন্ত্ৰণ কৰিলে। সৰুৰে পৰা সৰবৰহী বন্ধু বুলিলে পাগল হোৱা সোণটিৰ উদ্দেশ্য আছিল বায়েকৰ ঘৰত বন্ধু কেইজনক এসাজ ভালকৈ খুউৱা।

দেউতাকৰ হাতৰ পৰা চাবি লৈ ঘৰলৈ উভতিছিল। কিন্তু কালে তাৰ পাছ ল'লে। ভোজ খাই সকলোৰে পৰা ঘৰলৈ বিদায় লৈ অহা ল'ৰাটোক বন্ধুবৰ্গই নদীত সাতুৰিবলৈ লৈ গ'ল। কোনো দিনে নদীৰ লগত সম্পৰ্ক নথকা ল'ৰাটোক অতি কৰুণভাৱে মৃত্যুৰ মুখলৈ ঠেলি দিলে। প্ৰকৃতিৰ বুকুৰ মাণিক শামুকৰ খোলা হৈ নদীৰ গৰ্ভৰ পৰা উদ্ধাৰ হ'ল। নাই .............. নাই। .............. প্ৰকৃতিয়ে আৰু ভাবিব নোৱাৰে। শব্দহীনতাৰ বুকুত বুৰ গৈ থাকিবলৈ প্ৰকৃতিয়ে ভাল পোৱা হ'ল। নিশাৰ নিস্তব্ধতা তাইৰ প্ৰিয় হৈ পৰিল। পৃথিৱীৰ প্ৰেমে দেউলীয়া কৰিলে বুলি ভাবি ভালপোৱা সত্তাটোৰে প্ৰকৃতিৰ সৌন্দৰ্যক চকুৰে চাই শান্তি নোপোৱা হ'ল। পুৱাৰ পোহৰবোৰ আন্ধাৰলৈ ৰূপান্তৰিত হ'ল। দূৰৈৰ পৰা ভাঁহি অহা এটি কণ্ঠস্বৰে তাইক ব্যাকুল কৰি তুলিলে। পুত্ৰহাৰা প্ৰাণে হেৰুৱাই পেলালে প্ৰেমৰ ভূস্বৰ্গ। হেৰাই গ'ল জোনাক পিছলা চোতালৰ জোনাক ৰাতি। নদীখনেক আঁকুহি-বাকুহি আনি মায়াজালেৰে শুকুৱাই পেলাবলৈ মন যায় প্ৰকৃতিৰ।

নদীখনক ককর্থনা কৰিবলৈ মন যায়। বুকু আফালি আফালি ওফৰি পৰা শব্দবোৰ উচ্চাৰণ কৰি কৰি নদীখনক অভিশাপ দিবলৈ মন যায়। অন্তৰত গুণগুণাই এনেকুৱা কথাবোৰে তোলপাৰ লগাই থাকে।

'এনেয়ে ভাবিছিলো তোক পুত শলিলা বুলি
কলুষ-কালিমা আঁতৰাই নিয়া স্রোতস্বিনী বুলি
সগৰ্ভা পৃথিৱীক উৰ্বৰা কৰা জলখণ্ড বুলি
কিয় কাঢ়ি নিলি মোৰ জীৱনৰ সোণালী তৰী।'

এইদৰেই তাই নদীখনকে প্ৰশ্ন কৰি থাকে। মানুহক ভালপোৱা পৃথিৱীখনক সুন্দৰৰূপে প্ৰতিষ্ঠা কৰিবলৈ বিচৰা, অসূয়া-অনীতি গুচাই সম্প্ৰীতিৰ এনাজৰীত বান্ধ খাবলৈ বিচৰা এই প্ৰেমময় সত্তাটিক ঈশ্বৰে অভিশাপ দিয়াৰ কাৰণে তাইৰ অবচেতন মনত ভাবিবলৈ মন যায় — ঈশ্বৰ, তোমাৰো শাও লাগিব। তোমাক ভালপোৱা, তোমাৰ সৃষ্টিক ভালপোৱা, মানুহক অন্যায় কৰিলে তোমাৰো শাও লাগিব কিন্তু। শোকাতুৰা জননীবোৰে তোমাকো পৰি পৰি শাও দিব।

কিন্তু সুস্থ চেতনাৰে সংস্পৃক্ত মনত বেদনাৰ্ত কণ্ঠে প্ৰকৃতিয়ে ৰবী ঠাকুৰৰ এটি পংক্তিৰে ঈশ্বৰৰ ওচৰত এনেদৰে প্ৰাৰ্থনা কৰে —

'তোমারি ইচ্ছা কৰোহে পূৰ্ণ, আমারি জীৱন মাঝে — 'O

# কলিৰ গান্ধাৰীৰ আৰ্তনাদ

আজি কিছুদিনৰে পৰা ৰমেনৰ মাকে ৰমেনৰ গতিবিধি লক্ষ্য কৰি আছে। এসময়ৰ উদ্যোগী, সৎসাহসী, নিষ্ঠাবান ল'ৰাজনৰ চিন্তা শক্তি একেবাৰেই সলনি হ'ল। দেশখনৰ সোঁত বৰ্তমানে বিপৰীতে বৈছে। এই সোঁতৰ সলনি নহ'লে দেশলৈ শান্তি-সম্প্ৰীতি কেতিয়াও ঘূৰি নাহে। সকলো শ্ৰেণীৰ লোকেই দেশখনৰ ভয়ানক পৰাজয়ৰ দিশবোৰৰ কথা বুজি পাইছে। কিন্তু সমাধানৰ পথ বিচাৰি উলিয়াব পৰা নাই। নিৰক্ষৰা হ'লেও ৰমেনৰ মাকে বুজি পাইছে পুতেকে বিপথে আগবঢ়াৰ কথা। কিন্তু মাকে ডেকা পুতকক অকণো বুজাব পৰা নাই। সেয়েহে মাক সুবৰ্ণয়ো বুজি পাইছে যে চকুৰ পানীৰ মূল্য বৰ্তমানে হেৰাই গৈছে। নিষ্ঠুৰ আৰু বৰ্বৰোচিত বাস্তৱৰ লগত আজি আটাইবোৰ সোমাই পৰিব লগা হৈছে। নিৰপৰাধীসকলেও উপায়ৰ তাড়না বিচাৰি পোৱা নাই। এনেবোৰ সময়ত মানৱতাৰ প্ৰশ্ন আহে ক'ত! মানুহশ্ৰেষ্ঠ জীৱৰে মূৰ কাটি আনি মানুহেই নিজৰ দোষ স্বীকাৰ কৰিছে। ইয়াতকৈয়ো বৰ্বৰোচিত ঘটনা কিবা নঘটিবনে? সময়ে ইয়াতকৈয়ো নিকৃষ্ট ঘটনাবো অৱতাৰণা কৰিব। এই কথাবোৰকে ভাবি থাকি ৰমেনৰ মাক সুবৰ্ণৰ বৰ ভয় লাগে। তেনেস্থলত কি সাহসেৰেনো নিজ পুত্ৰক বিশ্বাস কৰে।

সুবৰ্ণই এসময়ত বুকু ডাঠি ক'ব পাৰিছিল, তেওঁৰ ল'ৰা দুটাৰ ওপৰত থকা আত্মবিশ্বাসৰ কথা। দেউতাক ঢুকুৱাৰ দিন ধৰি সিহঁতহালেই গোটেই ঘৰখন তদাৰক কৰি আহিছে। ককায়েক ৰমেনে বলীনক বহুত কষ্টৰ মাজত পঢ়াই-শুনাই চাকৰিত ভৰ্তি কৰাইছে। মাকে কোনো দিনেও ল'ৰাহালৰ গাত অসৎ প্ৰবৃত্তি দেখা পোৱা নাই। কিন্তু বৰ্তমান গোটেইখন ওলট পালট হৈ গ'ল। দিনে-নিশাই ল'ৰা কিছুমান আহি ৰমেনহঁতৰ ঘৰত আড্ডা দিয়া হ'ল। ৰমেন এই আড্ডাত ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিল। বলিনে বৰকৈ সেই কথাবোৰত গুৰুত্ব দিয়া নাছিল। কিন্তু সদায় আহি থকা ল'ৰাচামে বলীনৰ কাণত অহৰহ একেবোৰ কথাকে শুনাই থাকিবলৈ ধৰিলে। লাহে লাহে তাৰো মনটো

কুমলিল। ৰমেনৰ স্বভাৱটো এনেয়েও অলপ উগ্র ধৰণৰ। সি দলটোৰ চল-চাতুৰীৰ কথা বাদ দিও আচল সত্যটো উদঘাটন এনেদৰে কৰিলে যে এখন বেলেগ ৰাজ্যৰ অধিকাৰী হ'লে সিহঁতৰ সুখ কুলাই-পাচিয়ে নধৰা হ'ব। নিবনুৱাসকলে কর্ম-সংস্থানৰ বাবে হাবাথুৰি খাব নলগা হ'ব। বেলেগ ৰাজ্য এখনৰ অধিকাৰী হ'লে সিহঁতৰ মাজতে এখন নতুন চৰকাৰ গঠন হ'ব। সিহঁতৰ মাজৰে মন্ত্রী-মুদাগৰ হ'ব। নিজৰ ইচ্ছা অনুসৰি সিহঁতে ৰাজ্যখন চলা। পাৰিব। ভাত-কাপোৰৰ চিন্তা আঁতৰিব। নতুন নতুন উদ্যোগ খুলি নিবনুৱাসকলক সংস্থাপনৰ দিহা কৰিব। ৰাজ চক্রবর্তী হৈ শাসনভাৰ গ্রহণ কৰি নিজ সুখ-সমৃদ্ধিৰে ওপচাই পেলাব। শিক্ষিত নিবনুবাথিনিৰতো কথাই নাই। ৰাজ্য শাসনৰ গুৰুভাৰ সিহঁতৰ ওপৰতেই পৰিব। এনেকুৱাবোৰ অলেখ প্রশ্নই ৰমেনৰ মগজুত অহৰহ আলোড়নৰ সৃষ্টি কৰিলে। বেলেগ এখন ৰাজ্যৰ দাবীত অহিংসা নীতিক বিসর্জন দি হিংসাত্মক কার্যত সকলোবোৰ নেতা-পালিনেতাৰ মন-প্রাণ নিমজ্জিত হ'ল।

খাবলৈ-শুবলৈ সময় নোহোৱা হ'ল। ৰমেনৰ ঘৰ অস্ত্র-শস্ত্র, বন্দুক-বাৰুদ আদিৰে ভৰি পৰিল। অকস্মাতে ল'ৰাহালৰ জীৱনলৈ এনে পৰিবর্তন অহাত মাকে চকুপানী টুকি থাকিবলৈ ধৰিলে। একো কথা বুজাব নোৱাৰে। কিবা এষাৰ বুজনিৰ সুৰত ক'লেই ল'ৰাইঁতে মাকক গেঙেৰি দি কয়, 'মা অ' — তইঁত মাইকী মানুহবোৰে একো নেজান অ'। বর্তমান দেশ-কালৰ কথা কেনেকৈ বুজিবি।' উপায়ান্তৰ হৈ মাকে মনে মনে থাকে।

এইদৰেই এটা বছৰ পাৰ হ'ল। দুটা বছৰ শেষ হওঁ হওঁ। ৰমেন দলৰ নেতা নির্বাচিত হৈ জুই জ্বলোৱা, বোমা সজা আদি কামবোৰ কৰিবলৈ ধৰিলে। নিজৰ স্থানীয় স্কুলঘৰ, অফিচ আদি জ্বলাই শেষ কৰিলে। সদায় ভাই-ককাইৰ দৰে বসবাস কৰা মানুহচামৰ ওপৰত অমানুষিক অত্যাচাৰ চলালে। অৱশেষত এদিন এখন বজাৰত এটা বোমা দিয়াৰ সিদ্ধান্ত কৰি ৰমেনৰ ঘৰত ৰাতি ৰাতি মিটিং বহিল। ৰমেনে ভায়েককে বজাৰখনত বোমাটো দি অহাৰ কথা ক'লে। লগতে অন্যান্য ল'ৰাবোৰক সিহঁতৰ আত্মীয় স্বজনৰ ঘৰে ঘৰে গৈ সেইদিনা বজাৰলৈ নাযাবলৈ কৈ আহিবলৈ ক'লে। নিমিষতে কামবোৰ হৈ গ'ল। হাজাৰ হাজাৰ নিৰীহ ৰাইজৰ মৃত্যুৰ বাতৰি আহিলেহে আন্দোলনকাৰীহঁতৰ আনন্দ লাগে।

এইখিনিতে কৈনা এটা লাগিল। নির্দিষ্ট সময়ত বোমাটো নুফুটিল। বোমাটো বজাৰখনত থৈ অহাৰ ঠিক ত্রিশ মিনিটৰ পিছতেই ফুটিব লাগে। ঘৰ পাই

বলীন বোমাটো ফুটাৰ আশাত বহি থাকিল। মাকে উৎকণ্ঠাৰে বলীন বহি থকা আৰু বোমা দিবলৈ যোৱা সকলো দেখি আছিল।

নিজ হাতে বোমা দি ঘূৰি আহি নিজৰ ঘৰতে শান্তিত বহি থকা পুতেকলৈ চাবলৈ মাকৰ কিবা ঘৃণা লাগিল। গান্ধাৰীৰ দৰে দুচকুত কাপোৰ বান্ধি হ'লেও অন্ধ হৈ যোৱাৰ কথা ভাবি দুহাতেৰে চকু দুটা বন্ধ কৰি পুতেকৰ ওচৰৰ পৰা দৌৰি দৌৰি মাক বজাৰখনৰ ফালে আগবাঢ়িল। ইফালে পুতেক বলীনৰো বোমাটো ফুটাৰ আশাত মনৰ অৱস্থা বৰ দুখজনক। বোমাটো ফুটিবৰ হ'লনে কি ..........? ফুটিলে কি হ'ব? বোমাটো ফুটিবৰ সময় পাৰ হৈ গ'ল নে-কি? কি হ'ল .....? কিয় এনে হ'ল? বোমাটো নুফুটাৰ কথা শুনিলে ৰমেনে তাক সুদাই নেৰে। ককায়েকলৈ তাৰ বৰ ভয় লাগিল। পঁচিশ মিনিট পাৰ হৈ গ'ল। কিনো অঘটন ঘটিল বলীনৰ চাই আহিবলৈ বৰ মন গ'ল। উতনুৱা ডেকা মন। নিজৰ উতলা তেজক সময়ত নিজেই দমাই ৰাখিব নোৱাৰে। লৰালৰিকৈ সি বজাৰ ওলালগৈ। হাজাৰ-বিজাৰ নিৰীহ ব্যস্ত মানুহ। কতজনে এই বজাৰখনৰ ওপৰতে নিৰ্ভৰ কৰি জীয়াই আছে। বলিনে অপলক দৃষ্টিৰে মৃত্যুপথৰ যাত্ৰী মানুহখিনিলৈ চাই পঠিয়ালে। এক কৰুণ যন্ত্ৰণাকাতৰ অনুভূতিয়ে তাৰ দুচকু সেমেকাই পেলালে। অস্ফুট স্বৰে মুখৰ ভিতৰতে সি নাৰকীয় হত্যালীলাৰ কথাবোৰ গুণগুণালে। এটা সময়ত তাৰ মুখৰ পৰা ওলাওঁ ওলাওঁ হ'ল, 'আপোনালোক ইয়াৰ পৰা এইমাত্ৰ আঁতৰক .......... আঁতৰক .......। ইয়াত কোনোবাই এটা বোমা এৰি গৈছে। এইমাত্ৰ এই বোমাটো ইয়াত বিস্ফোৰণ হ'ব।' কিন্তু সি ক'ব নোৱাৰিলে।

ৰাজ চক্ৰৱৰ্তী হৈ ফুৰা তাৰ ককায়েকৰ হিংসাত্মক চকু দুটাই তাৰ মগজুত ক্ৰিয়া কৰিলে। তাৰ আনলৈ নহ'লেও ককায়েকলৈ বৰ ভয় লাগিল। তাক ককায়েকে নিশ্চয় হত্যা কৰিব। কিয়নো নিজৰ দলৰ মাজৰ কোনোবাই বিৰুদ্ধাচৰণ কৰিলে ককায়েকে হত্যা কৰা সি দেখি আহিছে। তেনেস্থলত ভায়েক ক'ত সাৰিব? ইয়াতকৈ সি আৰু একো ভাবিব নোৱাৰিলে। অকস্মাতে তাৰ হাতৰ ঘড়ীটোলৈ চকু গ'ল। এবাৰ নহয় দুবাৰ নহয় তিনিবাৰ সি ঘড়ীটো গণনা কৰাত লাগিল। কি আচৰিত? আগৰবাৰ সি তেনে ভুলকৈ চাইছিল। এইমাত্ৰহে দুই-তিনি মিনিটৰ ভিতৰত এই নৰঘাতী উচ্চ শক্তিসম্পন্ন বোমাটো বিস্ফোৰণ হ'ব। সি এতিয়া কি কৰে? এইমাত্ৰ সি দৌৰি পলাব লাগে। নহ'লে হাজাৰ হাজাৰ মানুহৰ জীৱন বিপন্ন কৰিবলৈ বিচৰা বোমাটো তাৰ গাতো যে

নালাগিব তাৰ কি মানে আছে। এনেদৰে ভাবিয়েই সি দৌৰ মাৰিছিল। কিন্তু কুটিল সময় সমাগত। বিস্ফোৰিত হ'ল সেই নৰঘাতী বোমাটো। অন্যান্য বহুত মানুহৰ লগতে বলীনৰো দেহৰ মঙহ টুকুৰা-টুকুৰে উফৰি গ'ল। বিজুলী বেগেৰে শুন্যকতে বোমা বিস্ফোৰণৰ বাতৰিটো বাগৰি গ'ল। ইকাণ-সিকাণ সহস্ৰ কাণ। চৌদিশে চিঞৰ-বাখৰ হুলস্থুল লাগিল। বজাৰত থকা আপোন স্বজন পৰিয়ালবৰ্গক বিচাৰি ঘৰৰ মানুহবোৰ ঢাপলি মেলিলে। কুৰুক্ষেত্ৰ মহাৰণৰ দৰে ছেদেলি-ভেদেলি হৈ পৰা শ শ ৰক্তাক্ত মৰা শ। জীয়া মানুহৰ উফৰি যোৱা কেঁচা মঙহৰ টুকুৰা। আহত আৰু নিহতসকলৰ মাজত উধাতু খাই বলীনৰ মাক সুবৰ্ণই নিজ পুত্ৰক বিচাৰি পালে। পিন্ধি থকা চেকিং চাৰ্টটোৰ বাহিৰে মাকেও নিজ পুত্ৰক চিনি নোপোৱা অৱস্থা। মুঠতে এসোপা মাংসপিণ্ড। নিবান্ধৱৈকজন পুত্ৰক হেৰুৱাই আৰ্তনাদ কৰা গান্ধাৰীৰ দৰে কলিৰ সুবৰ্ণয়ো চিঞৰিবলৈ ধৰিলে। স্থান কালৰ বিচাৰ নকৰি নিজ পুত্ৰই কিদৰে এই লোমহৰ্ষক হত্যালীলাৰ অৱতাৰণা কৰিলে তাক ব্যক্ত কৰিলে নিঃসংকোচে। তথাপি কোনেও বুজি পোৱা নাই। ভাবিছে, নিজ পুত্ৰৰ মৃত্যুত প্ৰলাপ বকিছে। কিন্তু, এইবাৰ সুবৰ্ণই পুতেকৰ মৃত শটোৰ কাষৰ পৰা উঠিল আৰু পুলিচ ইন্সপেক্টৰজনৰ সন্মুখত থিয় হৈ ক'বলৈ ধৰিলে, 'আপোনালোকে কাক বিচাৰিছে? এই ভয়ানক হত্যালীলা কৰা দুৰ্বৃত্তটোক নহয় জানো? আপুনি জানেনে? সি মোৰেই ল'ৰা; মোৰেই ল'ৰা ৰমেন, ৰমেন ........।'

ঃ কি, কি কৈছে?

ঃ সঁচা মোৰেই ল'ৰা ৰমেন। সি এইটো ভায়েক বলীনক এই বোমাটো দিবলৈ বৰ জোৰ কৰি পঠাইছিল। সিও ঠিক ঠাইতে বোমাটো দিও গৈছিল। কিন্তু সি ভুল কৰিলে। বোমাটো নুফুটিল বুলি চাবলৈ আহোতেই এই কাণ্ডটো হ'ল। মই ভালেই পালো। জানেনে ডাঙৰীয়া, মই ইয়ৈতক সদায় মানা কৰো গান্ধাৰীৰ দৰে। দুৰ্যোধনৰ দৰে মোৰ পুত্ৰই কথা নামানে। এইদৰে কৈয়েই মানুহজনীয়ে বলীনৰ ৰক্ত-মাংসপিণ্ডটোক সাৱটি চিঞৰি চিঞৰি ক'লে, 'ক'ত লুকাই আছ ৰমেন, ওলাই আহ, তোৰ ভায়েৰৰ তেজৰ লগত এই দুৰ্ভগীয়া নিহতসকলৰ তেজৰ ৰংবোৰ চাহি। একেই তেজ। একেই মঙহ, ৰমেন একেই মঙহ। আমাৰ সকলোৰে তেজৰ ৰং একেটাই।'

পুতেকৰ মাংসপিণ্ডটোৰ ওচৰতে লেউ-সেউ হৈ পুনৰ চিঞৰি চিঞৰি তেওঁ ক'বলৈ ধৰিলে, 'হিংসাৰ বশৱৰ্তী হৈ কোন জাতি জীয়াই থকা দেখিছ,

বোপাই।। মই নকৈছিলোনে এশ গৰু মাৰিলে বাঘৰো মৃত্যু। ইমান অন্যায় ভগৱানে কিয় সহ্য কৰিব? নিজ হাতেৰে বোমা দি নিজেই মৰিলি। তোৰ দৰে একে তেজ মঙহৰে শ শ জনৰ মৃত্যু মাতি আনিলি। হিংসাৰ দাবানলত জ্বলি-পুৰি মৰা কৌৰৱসকলে ধৰ্মত বন্দী হৈ থকা পাণ্ডৱসকলক পৰাজয় কৰিব পাৰিলেনে? হাজাৰ-বিজাৰজন আত্মীয়স্বজনৰ মৃত্যুৰ পিছত পোৱা সিংহাসনখনৰ অধিকাৰী হ'বলৈ পাণ্ডৱসকলৰ মন গ'লনে? এই কথাবোৰকে মই তইঁতক নকৈছিনোনে? কি কৰিলি তইঁতে — হাজাৰ হাজাৰ নিৰীহ জনতাৰ মৃত্যুৰ ভাগি হ'লি। হত্যাকাৰী তইঁত। নিজ ৰাজ্য নিষ্কণ্টক কৰিবলৈ বিচাৰি নিজ ৰাজ্যতেইচোন ভাত খাবলৈ নাপালি।'

এইদৰেই কৈ কৈ চিঞৰি চিঞৰি বলিয়াৰ দৰে হৈ পৰা মানুহগৰাকীক চাবলৈ সেই সময়ত কাৰো গাত হুচ নাছিল। সকলো ম'নুহেই শোকত ব্যাকুল। তাৰ ভিতৰত থকা নিৰাপত্তা বাহিনীৰ লোকসকলে কিন্তু মানুহজনীৰ বক্তব্য নুশুনাকৈ নাথাকিল।

আকৌ সেই আৰ্তনাদে চাৰিওফালে কঁপাই তুলিলে ঃ 'আহ ৰমেন, ক'ত লুকাই আছ, এতিয়া ওলাই আহ। তোৰ জ্ঞান হয় যদি হঁওক। মাতৃৰ জ্ঞানেৰে তোৰ হৃদয় পুষ্ট হোৱা হ'লে আজি এই নিৰীহ মানুহখিনিৰ এনে কৰুণ হৃদয় বিদাৰক অৱস্থা নহয়। বোপাইঅ', মোৰ আজি নিজকে গান্ধাৰীৰ দৰে লাগিছে। আজি নিৰাপত্তা দিয়াসকলে নাজানে তয়ে যে বহুত মানুহ মাৰিলি। মই এই মাংসপিণ্ডবোৰৰ মাজৰ পৰা কলৈকো নাযাওঁ। মই আজি সকলোকে বুজাই দিম, মানুহৰ তেজৰ ৰং একেটাই। ৰাইজ, আপোনালোকে ভাবি চাওঁক, আমাৰ এইখিনিতে ভুল হৈছে। আমি পৰস্পৰক চিনিবলৈ বিচৰা নাই। আমি হৃদয়ে হৃদয়ে দুখ উপলব্ধি কৰিব পৰা নাই। মোৰ এটা পুত্ৰ মৰিলেই। ইটো ল'ৰা ৰমেনক আপোনালোকে এইমাত্ৰ বন্দী কৰক। মই বিনাদ্বিধাই আপোনালোকক তাৰ সকলোবোৰ ঘাটি দেখুৱাই দিম। বাতি ৰমেনক ঘৰত পাব। নহ'লে এই নিহত আৰু আহতসকলৰ মাজত বিচাৰক। সি নিশ্চয় সাপ হৈ খুঁটি বেজ হৈ জাৰিবলৈ আহিছে।'

শ শ মানুহৰ মৃতদেহৰ মাজত সোমাই এইদৰে সুবৰ্ণই আৰ্তনাদ কৰিবলৈ ধৰিলে। আৰ্তনাদ আৰু কৰুণ কণ্ঠস্বৰে আকাশ-পাতাল কঁপাই তোলা মানুহগৰাকীক সশস্ত্ৰ পুলিচ বাহিনীয়ে সোধা-পোচা কৰিবলৈ আছুতীয়া ঠাইলৈ লৈ গ'ল।০

# নিৰ্বেদ

ৰৌদ্ৰজ্জ্বল দুপৰীয়া। দুপৰীয়াৰ নিৰিবিলি পৰিবেশ এটাই নয়নাক বহুত কথা বহুত প্ৰাণময় স্মৃতিক সোঁৱৰাই দিছে। জীৱনৰ প্ৰত্যেকটো দিনেই তাইৰ বাবে স্মৃতিৰ এখিলা এখিলা পাত হৈ হৃদয়ত দোলা দিবলৈ ধৰিছে। অতীত যিমানেই তিক্ততাদায়ক নহওক লাগিলে বৰ্তমানৰ কঠোৰতাত পৰি সেই তিক্ততাদায়ক অতীতকো কেতিয়াবা কেতিয়াবা মোহনীয় বুলি ভাবিবলৈ মন যায়। নিৰিবিলি সময়কণ নয়নাৰ বৰ প্ৰিয়। সেই সময়খিনিত আলহী অতিথি নাহিলে তাই হাতত কলম লৈ টেবুলৰ ওচৰত বহে। মনত সৃষ্টিৰ তাড়না। নহ'লে দিনটোৰ সৰহ সময় তাইৰ সাংসাৰিক লেঠা মাৰোতেই যায়। সদায় যে তেনেকুৱা নিৰিবিলি পৰিবেশ এটা পাই তেনে নহয়। মাজে সময়েহে সেই পৰিবেশ তাই উপভোগ কৰিবলৈ পায়। সেইদিনা অৱশ্যে তেনেকুৱা নিৰিবিলি পৰিবেশ এটি পোৱাত হাতত কলম লৈ আধা লিখা উপন্যাস এখন লেখিবলৈ বহিছিল। ক্ষন্তেক পিছতে বাহিৰত কোনোবাই কলিং বেল টিপিলে। ঘৰখনত কোনো নথকাত তাই ওলাই যাবলৈ বাধ্য হ'ল। দুৱাৰখন খুলি দিয়াৰ লগে লগে হাঁহি হাঁহি সোমাই আহিল প্ৰজ্ঞান।

'আছানে ঘৰত?'

'নথকাহেঁতেন দুৱাৰ খোলোনে?' নহ'লে মোক অশৰীৰী আত্মা বুলি ভাবিছানে?'

'আত্মা হ'বলৈ এতিয়াই নিদিও বুজিছা।'

'হ'ব তেনেহ'লে, আহা সোমাই আহি নিজৰ আসন গ্ৰহণ কৰাহি।'

ড্ৰয়িং ৰুমৰ চোফাখনত বহি লৈ প্ৰজ্ঞানে ক'লে — 'যদি তোমাৰ লগত কথাৰ মহলা মাৰিব লাগে, মই অহাৰ কাৰণে বিৰক্ত হোৱা নাই, নতুবা

টেবুলত লিখিবলৈ বহি লৈ প্লট বিচাৰি হাবাথুৰি খাইছা তেনেহ'লে সুন্দৰকৈ চাহ একাপ কৰি আনা। চাবা, মই যোৱাৰ পিছতে প্লট এটা পাই যাবা। আৰু এই দুপৰীয়াৰ নিৰিবিলি ক্ষণত লিখি যাব পাৰিবা। মই বাৰু বেছি সময় বিৰক্ত নকৰো। আমনি দিয়াত বেয়া নাপাবা।

'বন্ধু এজন আহিলে আমনি দিয়া হয়নে?'

'ঠিকেই ক'ত পাবা মোৰ দৰে সহৃদয় বন্ধু।'

'হ'ব হ'ব বেছি কৰিব নালাগে। কতদিন ঘৰৰ আগেদি গাড়ী দৌৰাইছা, আজি ভুলতে বৈ গ'লা হ'বলা। মোৰ পদুলিত বেয়া হ'লনে আকৌ। বেয়া হ'লে মই কিন্তু ঠেলিব নোৱাৰিম ভাই।'

'তুমিও বেছি নকৰিবা বুজিছা। সদায় আহো আহো বুলি ভাবি থাকো। কিন্তু তোমাৰ লগত কথাৰ মহলা মাৰিবলৈ আহিলে যে নিৰিবিলি পৰিৱেশ লাগিব পাহৰিলানে? চাকৰিয়াল মানুহ ভাই। তোমাৰ দৰে আমাৰ হাতত এনেকুৱা নিৰিবিলি পৰিৱেশ নাই নহয়? 'নিৰিবিলি পৰিৱেশত নথকাবোৰে যে একাঁজলি ধন ঘটি আনে তাক পাহৰিলানে কি? আমাৰ দৰে গৃহস্থৰ টকাকেইটালৈ চকু মেলি বহি নাথাকে নহয়? ইচ্ছামতে জীৱনৰ দাবীসমূহ পূৰণ কৰিব পাৰে। নিৰিবিলি পৰিৱেশত আকণ্ঠ পান কৰি থাকিলেও তৃষ্ণাই তাগিদা পূৰণ কৰে বুলি ভাবিছা নেকি?' 'ভাবিছোঁ দিয়া, নিৰিবিলি পৰিৱেশ পান কৰি থাকিলে তোমাৰ আকৌ সৃষ্টি হয় নহয়।'

তুমিচোন অবাবতে সময় নকটোৱা। সেই কথা মই নাজানোনে কিবা. পিছে কথা এটা নহয়, মই আহিছোঁ বুলিয়েই এনেদৰে বহি কথা পাতি থাকিবানে চাহ একাপ খুৱাবা?

'অ' অকণো বেয়া নাপাবা দেই। তুমি হাতত কিবা কাকত বা আলোচনী এখন লোৱা। মই পাঁচ মিনিটতে চাহ ৰেডী কৰি আনিম।

নয়নাই পাঁচ মিনিটতে চাহ আনি কেইবাবিধো বস্তুৰে আগবঢ়াই দি ক'লে — 'মই টেবুলত বহিবলৈ লওতেই এইবোৰ ঠিক কৰি লওঁ। নহ'লে আলহী আহিলে কথাকে পাতিম নে চাহ-তাহতে লাগিম। সেয়ে তোমাৰ লগত কথাৰ

মহলা মাৰিবলৈ লৈছিলো। সেইকাৰণে বুজিছা, মই বহুতৰ দৰে লিখি থাকিব নোৱাৰো। সাংসাৰিক লেঠাৰ অন্ত নাই। তাতে আজিকালি স্বাস্থ্যটোৱেও বৰ বিপাণ্ডত পেলায়। গতিকে নিৰিবিলি সময় বিচাৰি ফুৰো বুজিছা। বৰ প্ৰিয় মোৰ এই নিৰিবিলি মুহূৰ্তবোৰ। চাহ খোৱাচোন। কোৱা, এতিয়া ক'লৈ আহিছিলা?'

'সঁচা কথা ক'বলৈ হ'লে মোৰ আজিকালি কাম-বনত সমূলি মন নবহা হৈছে। যি মন যায় তাকে কৰি থাকো। আজি আকৌ হঠাতে তোমাৰ নিৰিবিলি দুপৰীয়াটোলৈ মনত পৰিল। ভাবিলো, তোমাৰ ওচৰলৈকে যাঁও আৰু চাহকাপো খাই আহো। বেয়া হ'ল নেকি? ' 'কিটো বেয়া হ'বলৈ আছে? আজিকালি মানুহ যন্ত্ৰলৈ ৰূপান্তৰিত হ'ল নহয়? সেই কাৰণে কোনো মানুহৰে সময় নাই। সময় পালেও মানুহে মানুহৰ লগত আত্মীয়তা স্থাপন কৰিবলৈ নিবিচাৰে। যন্ত্ৰৰ দৰে হৈছে মানুহৰ জীৱন যাত্ৰা। কোনেও ঘূৰি চাবলৈ সময় নাপায়। মাত্ৰ দুই-চাৰিজনহে ব্যতিক্ৰম।'

'আমিও তেনে সেই শাৰীত পৰি গৈছো। মই জানা একঘেয়ামী জীৱন একদম পছন্দ নকৰো। টকা টকা কৰি হা-হুমুনিয়াহ কাঢ়ি ধন ঘটা মানুহবোৰকো মই মানুহৰ শাৰীত নথও। তথাপিও কি কৰিবা। জটিল বাস্তৱৰ সমস্যাত একশ্ৰেণী মানুহ হাবাথুৰি খাই মৰিবলগীয়া হৈছে। তাতে আজিকালি সকলো মানুহেই বস্তুবাদী হৈ পৰিল। অলপতে সন্তুষ্ট হোৱাৰ অভ্যাস মানুহৰ হেৰাই গৈছে। ভোগ-বিলাস, কামনা-বাসনা, আশা-আকাংক্ষাৰ সৌধটো কিছুমান মানুহৰ বাবে দুৰাকাংক্ষা হ'লেও পূৰণৰ আশাকে বুকুত বান্ধি অহৰহ সংগ্ৰাম কৰিছে। তাৰে পন্থা মাথোন বেলেগ বেলেগ। কিছুমানে ন্যায় আৰু সততাৰে, কিছুমানে দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰে। মই এইদৰেই ভাবো। সেয়ে মই এই কথাবোৰৰ গভীৰতালৈ নোসোমোৱাই ভাল বুলি ভাবো। জীৱনৰ বহুত জটিল সমস্যাও মই এৰাধৰাৰ মাজলৈ এৰি দিওঁ।'

'তোমাৰ কথা জানো নহয়? তুমি মোক নতুনকৈ চিনাকি দিব লাগিছেনে? পিছে, এই বাৰেবিংকৰা কথাবোৰকে গাই থাকিবানে অন্য চিৰিয়াচ কথা কিবা ক'বা?'

'কি চিৰিয়াছ কথা ক'ব পাতিবলৈ মই জানো তোমাৰ দৰে চিৰিয়াছ মানুহৰ সান্নিধ্য লাভ কৰিব পাৰিলো। গোটেই জীৱন শেষ কৰি দিলেও মই কিজানি কিছুমান কথা পাহৰিব নোৱাৰিম। গতিকে বাদ দিয়া। এতিয়া তোমাৰ কথা কোৱাচোন। কি কি কাম হাতত লৈছা? নতুন সৃষ্টি কিবা হ'বনে কি?'

'আজি মই এই মুহূৰ্তত কি ভাবিছোঁ জানা, মোৰ কথা আজি তোমাক একোকে নুশুনাও। তোমাৰ কথাহে শুনিম। তুমি যেতিয়া নিৰিবিলি ক্ষণ বিচাৰি ওলাইছাহি তেন্তে আৰু কিহৰ চিন্তা। আজি মোৰ হাতত অফুৰন্ত সময় আছে। তুমি যিহকে নোকোৱা তাকেই শুনিবলৈ ৰাজী আছো।'

'মোৰ জীৱনৰ আদৰ্কাৰী কথাবোৰ শুনি তুমি আমোদ পাবানে? ছাত্ৰ অৱস্থাতহে মই প্ৰকৃত মানুহ আছিলো। এতিয়া যন্ত্ৰ মানৱ। জীয়াই থাকিব লাগে কাৰণেই আছো আৰু চাকৰি এটা আছে কাৰণেহে কৰি আছো। নহ'লে অন্য জীৱন এটাকে বাচি ল'লোহেঁতেন। মোৰ জীৱনৰ হাঁহিবে ওপচাবলৈ বিচৰা দিনবোৰ এইদৰে দুখ আৰু যাতনাৰে কটাব লাগিব বুলি ভবা নাছিলো। আজি তোমাৰ ওচৰত মোৰ বিনম্ৰ অনুৰোধ যে জীৱন সম্পৰ্কে কোনো ধৰণৰ কথা-বাৰ্তা তুমি মোক নোসোধাযেন। তেনেধৰণৰ আলোচনাৰ মাজলৈ গ'লেই মই লগে লগে উঠি যাবলৈ বাধ্য হ'ম।'

'প্ৰজ্ঞান, তুমি কথাবোৰ বৰ সাধাৰণভাৱে ধৰি নাথাকিবাচোন। কথা পাতিছো যেতিয়া আমি জীৱন সম্পৰ্কে চিৰিয়াছ কথাও পাতিব পাৰো। আজি অতবছৰৰ মূৰত তোমাক লগ পাইছোঁ, অথচ তোমাৰ লগত কিবা এষাৰ চিৰিয়াছ কথা পতাৰ আগ্ৰহ কৰিলেই তুমি সামৰি পেলাব খোজা। এই মনোবৃত্তি তোমাৰ কিহৰ কাৰণে হ'ল?'

'সেইবোৰকে নকৰিলে মোৰ উপায় নাই। আজি অত বছৰে তুমি মোক বুজিবলৈকে যত্ন নকৰিলা যেতিয়া এতিয়া ভৰ বয়সত নুবুজাকৈয়ে থকাটোকে প্ৰশস্ত বুলি ভাবো।'

'বাৰু, তোমাৰ প্ৰাণৰ নিৰাশাবাদী সুৰবোৰ পৰিহাৰ কৰা। আশাবাদী সুৰৰ অনুৰণিত হওক তোমাৰ জীৱনত। জীৱনটো যিমানেই তিক্ততাদায়ক বুলি নাভাবা লাগিলে — তুমি মধুৰতাৰ স্বাদ বিচাৰিলেহে শান্তি পাবা। গতিকে তুমি দুখ

আৰু যাতনাৰে ভৰা জীৱনটোকো ফুলেৰে সজাবলৈ প্ৰয়াস কৰা। তেতিয়াহে জীৱন মধুময় হ'ব। ইমান সাধাৰণ দৰ্শন এটাও তুমি জীৱন কালত উপলব্ধি কৰিব পৰা নাইনে? মোলৈকে নোচোৱা কিয়? শূন্যতাৰে জীৱনৰ পিয়লা ভৰাই পেলাইছো যদিও তোমাৰ দৰে হতাশ হোৱা নাই। এতিয়াও জীয়াই আছো। মোৰ দুখ আৰু যাতনাৰে ভৰা দিনবোৰত সঞ্জীৱনীৰ সুধা বিচাৰি বিচাৰি। প্ৰজ্ঞাৰ সাধনাত মোৰ ক্ষুদ্ৰ শক্তি সদায় নিমৰ্জিত কৰিবলৈ প্ৰয়াস কৰিছোঁ. বুজি নাপাও, সফলতাৰ ঠাইত বিফলতাই কিয় বাৰে বাৰে ভুমুকি মাৰে। অন্ততঃ তোমাৰ দৰে ভাগি পৰা নাই. সেয়ে তোমাক বাৰে বাৰে আশাবাদী হোৱাৰ কথা কৈছো। সেয়ে আজি মোৰ কথা নকৈ তোমাৰ কথাহে সুধিম বুলিছো। মই কোনো দ্বিধাবোধ নকৰাকৈয়ে তোমাক যদি প্ৰশ্ন এটা সোধো তুমি বেয়া পাবা নেকি?

'নাপাওঁ সোধা।'

'লোকৰ মুখৰ পৰা শুনিবলৈ বিচাৰিছো। তুমি ইমান বেছি ধৰণেৰে মদ খাবলৈ লোৱা অৰ্থ কি?'

'ইমান লঘু প্ৰশ্ন এটা সুধিবলৈকে তোমাৰ ইমান কথাৰ মেৰপাকনে? আকৌ জীৱন সম্পৰ্কে বৰ তত্বগধুৰ ব্যাখ্যা দাঙি ধৰিবা বুলিহে পেটে পেটে ভয় খাইছিলো। কিজানিবা উত্তৰ দিব নোৱাৰি তোমাৰ আগত লাজ পাঁও। পিছে নহয়, একেবাৰে লঘু প্ৰশ্নৰ লঘু উত্তৰ ........। হয়, মই অতি বেছিকৈ মদ খাওঁ। অতীতৰ মাদকতা ভৰা দিনবোৰৰ মনোৰম ক্ষণবোৰ পাহৰি থাকিবলৈ। তুমি আনৰ মুখৰ পৰা শুনাৰ কাৰণে বেয়া পাইছা নহয়? তাৰমানে তুমি মোৰ ওপৰত ৰখা অটল বিশ্বাসক হেৰুৱাইছা। তাৰ বাবে মানসিকভাবে ক্ষুণ্ণ হৈ মোৰ অপকৰ্মৰ বাবে অনুশোচনাত ভুগিছা? মই এইদৰে কিয় মদ পিবলৈ আৰম্ভ কৰিলো জানানে? তুমি যেনেদৰে মদ নোখোৱাকৈ সৃষ্টি কৰিব পৰা, মই নোৱাৰো। মোৰ আগত অতীতৰ মানসী কন্যাই বাৰে বাৰে ভুমুকিয়াবলৈ ধৰে। মই তেতিয়া পাগলৰ দৰে হওঁ আৰু গিলাচৰ পিচত গিলাচ মদ পি মই সৃষ্টি কৰো। মোৰ সৃষ্টিৰ কথা কলে, তুমি চাগে উচপ খাই উঠিবা নহয়? মদপীৰ আকৌ কিহৰ সৃষ্টি? সেই সৃষ্টিৰ মুখ জনগণই কোনোদিনে দেখা নাই। জনসাধাৰণৰ মাজলৈ কঢ়িয়াই আনিবলৈ কোনো দিনে প্ৰয়াস নকৰা নৱ নৱ সৃষ্টিৰ প্ৰেৰণাতে মই জীয়াই

আছো। আজি ইয়াতকৈ মোৰ পৰা আৰু কিবা শুনিবলৈ বিচাৰিবা নেকি?'

'নাই বিচৰা। ক্ষন্তেক বহাচোন। মই ভিতৰত কাম এটা কৰি আহো।'

এইদৰেই কৈয়ে নয়না ঘপহকৰে ভিতৰলৈ সোমাই গ'ল।

প্ৰজ্ঞানে চোফাখনত আউজি বহি দুচকু মুদি দিলে।

ক্ষন্তেক পিছতে ধুনীয়াকৈ সাজি-কাচি নয়না আহি প্ৰজ্ঞানৰ সম্মুখত থিয় দি ক'লে, 'জীৱনত প্ৰথমবাৰৰ বাবে তোমাক অনুৰোধ এটা কৰিম। তুমি মান্তি হ'বই লাগিব। তোমাৰ ঘৰলৈ যাঁও বলা। মই আজি নিজ চকুৰে তোমাৰ প্ৰাণময় সৃষ্টিসমূহ উপভোগ কৰিম। তোমাৰ জীৱন দৰ্শনৰ বুজ লম। আশাকাৰো তুমি মোক নিৰাশ নকৰা।' প্ৰজ্ঞান মান্তি হ'ল। নয়নাই দুৱাৰৰ তলা লগাই দুপৰীয়াৰ নিৰিবিলি ক্ষণৰ সৃষ্টিৰ মোহ পৰিহাৰ কৰি গাড়ীত বহিল।

জনসমুদ্ৰৰ মাজেৰে গাড়ী দৌৰিবলৈ ধৰিলে। দুটি সত্তা নিজ নিজ ভাৱনাত বিভোৰ হৈ শৰৎ কালৰ প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যৰ মাজত বুৰ গ'ল। কাৰো মুখৰ মাত নাই। গন্তব্য স্থান পালেগৈ সম্ভৱ নিশ্চয় চিন্তা জগতৰ পৰা মুক্ত হ'ব। সম্ভৱ ইপ্সিত বাসনাৰো অন্ত পৰিব। গতিশীল সময়ে কাকো ধৰি নাৰাখে। সময়ে সময়ৰ কাম কৰি গৈ থাকে। নিৰ্দিষ্ট সময়ত প্ৰজ্ঞানে গাড়ী ৰখালে। গাড়ীৰ দুৱাৰখন খুলি দি লাহেকৈ নয়নাক মাত লগালে — 'আহা'।

দুয়ো লাহে লাহে পাহাৰৰ ওপৰৰ নিৰিবিলি বাসভৱনটোলৈ উঠি গ'ল। তেতিয়া ঘড়ীয়ে ২টা বজাৰ সংকেট দিছে। নয়নাই প্ৰজ্ঞানৰ মনোমোহা সৌন্দৰ্যেৰে আবৃত বাসভাবটো দেখি স্তম্ভিত হ'ল। প্ৰজ্ঞানৰ ঘৰত কোনো নাই। নিৰিবিলি মুহূৰ্তটিয়েহে যেন চাৰিওফালে দৌৰি ফুৰিছে। ঘৰৰ তলা খুলি সোমাই যোৱাৰ পিচত প্ৰজ্ঞানে ড্ৰয়িং ৰুমটো দেখুৱাই দি নয়নাক বহিবলৈ ইংগিত দিলে।

ক্ষন্তেক সময় প্ৰজ্ঞান ভিতৰলৈ সোমাই গ'ল। ঘৰটোৰ বন্ধ কৰি ৰখা কোঠালিবোৰ দুৱাৰ খোলাৰ তাই শব্দ শুনিবলৈ পালে। অকনমান সময়ৰ পিছতে আবেগিক মুখমণ্ডলেৰে প্ৰজ্ঞান সোমাই আহি ক'লে, 'বলা, মোৰ কোঠালিলৈ যাঁওঁ।'

নয়না লাহে লাহে উঠি গ'ল। এক নিৰিবিলি ক্ষণৰ গধুৰ গধুৰ ভাৱ।

সুদূৰত যেন বন্দুক-বাৰুদ আৰু বিস্ফোৰণৰ কাণ তাল মৰা শব্দ। মনাকাশ সমূলি মুকলি নহয়। মনত নানান ভাবৰ উদ্রেক। কি দেখুৱাবলৈ প্ৰয়াস কৰিছে প্ৰজ্ঞানে? নয়নাই জীৱনত কোনো দিনেই গম পোৱা নাই প্ৰজ্ঞানৰ সৃষ্টিশীল প্ৰতিভাৰ কথা। কাকতে -পত্ৰই কোনোদিনে শিৰোনামা দখল কৰা নাই প্ৰজ্ঞান নামৰ ভাববিলাসী পুৰুষ এজনৰ সৃষ্টিৰ নব নব ৰূপৰ কথা। তাই বিশ্বাস কৰিবলৈকে টান পালে, আজি প্ৰজ্ঞানে কি দেখুৱাবলৈ কোনো দ্বিধাবোধ নকৰাকৈ তাৰ সুসজ্জিত কোঠালিলৈ লৈ আহিছে। বিদেশী মদ শাৰী শাৰীকৈ ৰখা এটা প্ৰকাণ্ড আলমাৰী দেখুৱাই এনেদৰে ক'ব নেকি? এইবোৰ পান কৰি কৰি মই নীলকণ্ঠী মানুহ হ'বলৈ বিচাৰিছো। বিচিত্ৰ মানুহৰ মাজৰ এজন বিচিত্ৰ লোক হৈ থাকিবলৈ প্ৰয়াস কৰিছোঁ। মোৰ বুকুত আজন্ম জলপ্ৰপাত সৃষ্টি কৰি থকা কলিজাৰ পোৱা ঘাঁ টুকুৰা শুকুৱবাৰলৈ যত্ন কৰিছোঁ। মই কাৰোবাক দেখুৱাই দিবলৈ আজন্ম যত্ন আৰু সাধনা কৰিছোঁ মোৰ ক্ষোভ আৰু জেদী মনৰ আত্মৰ্দাহী সৃষ্টিৰ অনল শিখাসমূহ। সেই অনল শিখাত এসময়ৰ অত্যন্ত নিৰহঙ্কাৰী সৰলা আৰু উদাৰ বুলি খ্যাত নয়না নামৰ যুৱতীজনী পুৰি চাৰখাৰ হৈ যাব। চাৰখাৰ হৈ নিঃশেষ হৈ যোৱা যুৱতীজনীৰ মাজৰ পৰা যিগৰাকী জীৱন্ত মানুহৰ পুনৰ জন্ম হ'ব — সেই গৰাকীয়েই হ'ব বৰ্তমানৰ নয়না। এতিয়া অতি বাস্তবৰ লগত মিলি যাব পৰাকৈ তাই এখন ব্ৰজেৰে তৈয়াৰী হৃদয় গঢ় দি লৈছে। এই ৰূঢ় পৃথিৱীখনত জীৱিতকালত তাই কোনোদিনে পিচলি নপৰাকৈ তিষ্ঠি থকাৰ প্ৰতিশ্ৰুতি বহন কৰি ফুৰিছে। এই ৰূঢ় পৃথিৱীখনত প্ৰজ্ঞান নামৰ প্ৰিয়তমজনক তাই পাহৰি থাকিবলৈ যত্ন কৰিছে। কিন্তু আজি। আজি এই নিৰিবিলি ক্ষণত তাই উদভ্ৰান্ত হৈ পৰিল। প্ৰজ্ঞানৰ পিছে পিছে সোমাই যোৱা নয়না এটা সময়ত তাৰ ইংগিতত ৰৈ দিলে।

প্ৰজ্ঞানে সজন নয়নেৰে তাইলৈ চাই ক'লে, 'চোৱা, এয়াই মোৰ সৃষ্টি।' নয়না বাউলী হৈ পৰিল। চকুৰে কি দেখিছে নয়নাই। এইবোৰ চকু চাট মৰা অতুলন সৃষ্টি প্ৰজ্ঞানৰেই নে? আবেগ অনুৰাগে ৰঞ্জিত হৈ নয়নাই প্ৰজ্ঞানৰ কাষ চাপি গৈ ক'লে, 'প্ৰজ্ঞান তুমিয়েই নে? এই অতুলন সৃষ্টিৰ জনক। তুমি পিকাচো, লিওনাৰ্দো দ্যা ভিঞ্চি, ভিনছেন্ট ভ্যান গগ-ৰবীন্দ্ৰ নাথ নে অসমৰ নীলপৱন বৰুৱা। সঁচাকৈয়ে কোৱা প্ৰজ্ঞান তুমি কোন মহান শিল্পীৰ পৰা অনুপ্ৰাণিত হৈ

এই অনুপম সৃষ্টিৰ প্ৰেৰণা পালা। অথচ কোনেও নাজানে তোমাৰ কথা। কোনেও তোমাৰ নাম এবাৰলৈও উচ্চাৰণ কৰা শুনা নাই। কোনোদিনে কাকত-আলোচনীত বা আৰ্ট গেলাৰীত তোমাৰ চিত্ৰকলা প্ৰদৰ্শন হোৱা নাই। সঁচা আচৰিত, কেনেকৈ সম্ভৱ হৈছে তোমাৰ এই মহৎ সৃষ্টিৰ? এনে অতুলন চিত্ৰকলা তুমি তোমাৰ কোঠালিৰ চাৰিবেৰৰ মাজতে আবদ্ধ কৰি ৰাখিবানে? বৃদ্ধাৱস্থাত এইবোৰ প্ৰদৰ্শন কৰিবানে কি? কি মনোভাব তোমাৰ? কিয় ইমান উদাস দৃষ্টিভংগী.........। কেনেকৈ সম্ভৱ হৈছে তোমাৰ এই অনুপম চিত্ৰকলাবোৰ। প্ৰজ্ঞান নিৰুত্তৰ। ক্ষন্তেক পিছতে প্ৰজ্ঞানে নয়নাৰ সোঁহাতখনত ধৰি প্ৰায় টানি নিয়াৰ দৰে টানি অন্য এটি সু-সজ্জিত কোঠালিলৈ লৈ গ'ল। বাকৰুদ্ধ হ'ল নয়না। গোটেই কোঠালিটোতেই প্ৰজ্ঞানে এটি অনুপম তাজমহল নিৰ্মাণ কৰি ৰাখিছে। তাৰ কাৰুকাৰ্য দেখি তাই মুগ্ধই হোৱা নাই স্তম্ভিত হৈছে। তাইৰ মনাকাশ যমুনাৰ পাৰলৈ উৰা মাৰিছে। একেই কোনো ধৰণৰ বৈসাদৃশ্য চকুত পৰা নাই. তাইৰ দুধাৰে ধাৰাসাৰে চকুলো নামিবলৈ ধৰিলে। ৰংবিৰঙৰ লাইটৰ মাজত জিলিকি থকা আখৰ শাৰীলৈ তাইৰ তেতিয়াও চকু পৰা নাই। হঠাতে তাই দেখিবলৈ পালে তিৰবিৰাই থকা আখৰ কেইটা — 'কেৱল প্ৰেমৰ বাবেই'। নয়নাৰ হাতটো হাতৰ মাজত লৈ প্ৰজ্ঞানে ক'লে, 'মোৰ সাধনা আজিহে সফল হৈছে। তুমিহে মোৰ চিত্ৰকলাৰ প্ৰথম দৰ্শক হ'বা বুলি আজন্ম সাধনা কৰি আছিলো। আজিৰ পৰা মোৰ চিত্ৰকলা জনসাধাৰণৰ আগত উন্মোচিত হ'ব।'

জাগতিক পৃথিৱীখনৰ কথা নয়নাই পাহৰি পেলালে। আবেগ, অনুকম্পা মিশ্ৰিত দুখানুভূতিৰে প্ৰজ্ঞানক তাই সাবটি ধৰিলে। এতিয়াহে বুজিছোঁ প্ৰজ্ঞান কেনেকৈ সম্ভৱ হ'ল নহয় ..........., এয়া সম্ভৱ হ'ল কেৱল প্ৰেমৰ বাবেই। কেৱল প্ৰেমৰ বাবে।○

# নিস্তৰংগ অনুৰণন

মায়াশ্ৰীক চিনিপোৱা সকলো মানুহেই এটা কথা বাৰে বাৰে উচ্চাৰণ কৰিবলৈ ধৰিলে। কিয় এনেকুৱা বিলাসপ্ৰিয় হ'ল মানুহগৰাকী? অত্যন্ত সাধাৰণ মেখেলা-চাদৰ পৰিহিতা, মাৰ্জিত সুৰুচিসম্পন্ন মানুহগৰাকীয়ে কিয় আজি-কালি ৰঙীন পোছাক পিন্ধিবলৈ ধৰিলে। এসময়ত সকলোৰে মুখে মুখে মায়াশ্ৰীৰ সৰলতাৰ কথাহে প্ৰকাশ পাইছিল। উকা বগা পাটৰ মেখেলাৰ লগত মিলাই সেউজীয়া বা ৰঙা পাৰীৰ চাদৰ নতুবা মুগাৰ মেখেলাৰ লগত মিলাই গুণা পাৰীৰ চাদৰেৰে মায়াশ্ৰীক তুলি ধৰিছিল। সুৰুচিসম্পন্ন একোটা পোছাককে সকলো সময়তে পৰিধান কৰাৰ কাৰণে মানুহে সেই পোছাকত মানুহগৰাকীক দেখিলেহে ভাল পাইছিল। বৰ ব্যস্ততাপূৰ্ণ আছিল মায়াশ্ৰীৰ সংসাৰ। কলা-সংস্কৃতিৰ জগতখনৰ লগত পৰিচয় থকাৰ কাৰণে বিভিন্ন সময়ত সমাজৰ উন্নয়নমূলক কামবোৰলৈ ওলাই গৈ অংশ গ্ৰহণ কৰি পাৰদৰ্শিতাৰ পৰিচয় দিব পাৰিছিল।

কিন্তু সময় বাগৰিল। মায়াশ্ৰীৰ জীৱনলৈ আঁউসীৰ অমানিশা নামি আহিল। এদিন আকস্মিকভাৱে মায়াশ্ৰীৰ স্বামী সুকান্তই পথ দুৰ্ঘটনাত মৃত্যুবৰণ কৰিলে। সপোনতো চিন্তা কৰিব নোৱাৰা বাস্তৱ এটাই আহি মায়াশ্ৰীৰ জীৱন আগুৰি ধৰিলে। যেন ভৱিৰ পৰা মেৰ খাই ফেটী সাপ এটা মূৰৰ ওপৰত ফেট তুলি বহি আছে। কেনিও লৰচৰ কৰিব নোৱাৰে। এতিয়া সেই ফেটী সাপডাল এৰুৱাবলৈ বুদ্ধি-কৌশলেৰে আপ্ৰাণ চেষ্টা কৰিব লাগিব। নহ'লে মুক্ত হোৱাৰ কোনো গত্যন্তৰ নাই। বৈবাহিক জীৱনৰ জেং লগা সমস্ত সমস্যা দক্ষতাৰে পৰিচালনা কৰিব লাগিব মায়াশ্ৰীয়ে। তাইৰ জীৱনৰ তুলসী তলৰ বন্তি নুমাই গ'ল যদিও পুনৰ প্ৰজ্বলিত বন্তিৰ কাৰণে প্ৰয়াসী হ'ব লাগিব। নহ'লে তাইৰ জীৱন নামৰ প্ৰবল ধুমুহা চাটিত তিষ্ঠি থাকিবলৈকে জটিল হৈ

পৰিব। এতিয়াহে তাই উপলব্ধি কৰিব পাৰিছে চৌদিশে অন্ধকাৰ দেখিলেও নিজৰ দুৰ্দশাৰ কথা ক'বলৈ প্ৰয়োজন হ'লে হৃদয়ৰ ভাষা বুজা মানুহবোৰো হেৰাই যায়। সময় ইমান নিষ্ঠুৰ হৈ মহাজীৱনত সোমাই পৰে যে নিজৰ বাদে আনৰ কথা চিন্তা কৰিবলৈকে অৱসৰ নাথাকে। কোনেনো কাৰ অন্তৰখন ফালি অন্তৰ্দ্বন্দ্বৰ বুজ ল'বলৈ বিচাৰে? আজিকালি সকলোৰে ব্যস্ততাৰ সময়। লোকৰ অন্তৰ্দাহী সমস্যাবোৰ একাষৰীয়াকৈ থৈ দিয়ে। তাতে আজিকালি হকে-বিহকে দিয়া কিছুমান মানুহৰ উপদেশ কিছুমানে মায়াশ্ৰীক বিব্ৰত কৰে। দহনশীলা হৃদয়ৰ নাৰীৰ কলিজাৰ ঘাঁ কোনেও শুকুৱাব নোৱাৰে। সময়েহে মানুহৰ দুখ-সুখ নিয়ন্ত্ৰণ কৰিবলৈ মহাজীৱনত লিপিত খাই সোমাই পৰে। দহনশীল হৃদয়ৰ গৰাকী মানুহবোৰে জীয়াই থকা দিনকেইটাত সকলো পৰিবেশকে গ্ৰহণ কৰিবলৈ সমৰ্থ হ'ব লাগে। নহ'লেই বিপদ। তাকে নকৰিলে আত্ম-নিয়ন্ত্ৰণৰ কোনো ব্যৱস্থা নাথাকে। লাহে লাহে মায়াশ্ৰীয়ে এই কথাবোৰ বুজি পোৱা হ'ল। সন্মুখৰ বহল কৰ্মক্ষেত্ৰখনলৈ চকু পৰিল। এই বিশাল কৰ্মক্ষেত্ৰখন আধৰুৱা হৈ পৰি থকাৰ পিছত এটা ক্ষণো অবাবতে কাটি যোৱা মানে জীৱনৰ অলেখ মূল্যবান সময়ৰ অপচয় হোৱা। কোনটো ক্ষণ অনন্ত ক্ষণ হৈ মহাজীৱন আলোকিত কৰিব মায়াশ্ৰীয়ে সমূলি ভাবিব নোৱাৰে। এই জাগতিক পৃথিৱীখনত জীয়াই থকা দিনকেইটা অনুপম কৰা, অমৰ কৰাৰ সাধনাত ব্ৰতী হৈছে মায়াশ্ৰী। কিয়নো সময়ৰ কুটিল গ্ৰাহে জীৱনৰ ৰং-ৰূপ কোন সময়ত কাঢ়ি নিয়ে তাৰ কোনো নিশ্চয়তা নাই। বৰ্তমান সময় ইমান নিষ্ঠুৰ আৰু জটিল হৈ প্ৰতিজন মানুহৰ জীৱনত সোমাই পৰিছে যে প্ৰতিজনৰে জীৱন সন্ত্ৰাসিত হৈ পৰিছে। মানুহে অনন্ত শয়নৰ পথ নিমিষতে বাছি ল'বলগীয়া হৈছে। তথাপি তাই এই ৰূপ-ৰস-গন্ধে ভৰা পৃথিৱীখন হেঁপাহ পলুৱাই চাবলৈ সাহস কৰিব নোৱাৰে। তাইৰ ভয় লাগি যায়। সাধাৰণ দৃষ্টিৰে পৰ্যবেক্ষণ কৰিলে এই ৰূপ-ৰস-গন্ধে ভৰা পৃথিৱীখন কেৱল স্বপ্নময় হৈ পৰে। এই স্বপ্নময় পৃথিৱীখন পোহৰেৰে আবৃত। পোহৰৰ প্ৰতীক্ষাত প্ৰতিজন মানুহেই ব্যাকুল। তাত স্থিতি লৈ ৰৈ থাকিবলৈকে মায়াশ্ৰীৰ অসুবিধা হৈছে। তাইৰ এই উকা সাজটো, উকা কঁপালখন আৰু শূন্যতাৰে আগুৰা মনটোৰ কথা ভাবিলে দেহলৈ পৃথিৱীৰ সমস্ত অৱসাদ আহি পৰে? চাৰিওফালে কেৱল শূন্যতা। শূন্যৰ বাদে পৃথিৱীত যেন একো নাই।

এটা মহাশূন্যই চৌপাশ আগুৰি থাকোতেই তাইৰ যদি জীৱনৰ বন্তি শিখা নিৰ্বাপিত হৈ যায়। তাই তেতিয়া জীৱনৰ একো মাদকতাই উপভোগ কৰিব নোৱাৰিব। মানুহ মহাশূন্যত বিলীন হৈ যাবৰ বাবেই জানো অসীম আকুলতাৰে বাট চাই থাকিব পাৰে? কৰণীয়খিনি কৰিবলৈকে মানুহৰ জীৱন লালসা। কিন্তু নিষ্কৰ্মা হৈ প্ৰতীক্ষা কৰি থাকিলে মানুহ প্ৰজ্ঞাৰ সাধনাত ব্ৰতী হ'ব পাৰিবনে? এই কথাবোৰ ভাবি তাই পাৰ নাপায়। মৌনতাৰে ক্ষণবোৰ অতীতৰ বুকুলৈ ঠেলি দিয়ে। নিঃসংগ হৈ অন্ধকাৰ কোঠালি এটাত ঘণ্টাৰ পিছত ঘণ্টা ধৰি বহি থাকে। এইদৰেই ভাবি থাকোতেই বহুত সোণালী দিন অতীত হৈ আঁতৰি গ'ল। কোনো দিনে ঘূৰাই নোপোৱা দিনবোৰে মাত্ৰ সোঁৱৰণীৰ এখিলা এখিলা পাত হৈ হৃদয়ৰ-নিভৃত কোণত মণি-মুকুতাৰে খচিত হৈ স্থিতি ল'লে। নাই, তাৰ পৰা মায়াশ্ৰীৰ একো লাভ নহ'ল। মাথোন দিনবোৰে কোনো ধৰণৰ প্ৰতিশ্ৰুতি নকৰাকৈ বাগৰি গ'ল। বাগৰি যোৱা সময়বোৰে মায়াশ্ৰীলৈ দুখৰ বাৰ্তাহে বহন কৰিয়াই আনিলে। তেনেহ'লে কি কৰা যায়? শুই, বহি, কান্দি কান্দি মায়াশ্ৰীয়ে মানুহৰ আগত নিজৰ দুখৰ কথাবোৰ কৈ চালে হয়, কিন্তু সম্ভাৱনাৰ ঘৰত অসীম ক্ষতিৰ বাহিৰে অন্য একো প্ৰতিশ্ৰুতি লাভ কৰিব নোৱাৰিলে? শুই-বহি কটোৱা সময়বোৰে মানুহগৰাকীৰ সৰ্বশৰীৰ গধূৰ কৰি পেলালে। অনবৰতে বমি বমি ভাব হৈ থাকিবলৈ ধৰিলে। পেটটো ফুলি থকা যেন লগা হ'ল। যিকোনো বস্তু এটা খালেই হজম নোহোৱা হ'ল। অৱশেষত পল অনুপলকৈ দিন গৈ বছৰত ভৰি দিলেগৈ। তাই হেৰাই যোৱা মনটোক সঞ্জীৱনী সুধাৰে উজ্জীৱিত কৰিব। যিদিনাৰে পৰা মনলৈ তেনে দৃঢ়তা আহিলে সেইদিনাৰে পৰা ৰ'বলৈ সময় নোহোৱা হ'ল।

তিনিটাকৈ সন্তানৰ ভৱিষ্যৎ আগত পৰি আছে। পথ প্ৰদৰ্শক এজনৰ মৃত্যু হৈছে সঁচা, দ্বিতীয়জনতো জীৱিত আছে। সেয়ে মৃত্যুৰ পৰিসীমাক ঠেলি মায়াশ্ৰী কৰ্মৰ থলীখনত সোমাই পৰিল। পিতৃত্বৰ শূন্য আসনৰ অধিকাৰিণী হ'ল তাই। কিন্তু কিয় তাই যি কোনো কাম এটা কৰিবলৈ আগভাগ ল'লেই নিজে নিজে বুজাই-বঢ়াই শান্ত কৰা মনটোত উদ্ভৱ হোৱা প্ৰাণশক্তি স্তিমিত হৈ যায়। আচৰিত হয় মায়াশ্ৰী। বাহিৰৰ জগতখনৰ লগত পৰিচয় থকা, সামাজিক কামত ওতঃপ্ৰোতভাৱে লাগি থকা মায়াশ্ৰীয়ে কিয় বাৰু বাহিৰৰ জগতখনলৈ

ওলাই যাবলৈ শঙ্কাবোধ কৰিছে। দৃঢ়তাক পুনৰ ঘূৰাই আনিছে যদিও শঙ্কা আৰু সংশয় হ'লে সমূলি আঁতৰাব পৰা নাই। তাইৰ নিজৰে ভয় লাগি যায়। তাইৰ উকা সাজজোৰ আৰু কঁপালখন দেখি। ব্ৰাহ্মণৰ ঘৰত জন্মি বৈধব্যৰ সাজ পিন্ধাৰ লগতে খোৱা-বোৱাত থকা নিষিদ্ধসোপাৰ কথা ভাবিলে দুখ, হতাশা আৰু বেদনাত হিয়াখন জ্বলি-পুৰি মৰে। ঘৰখনত থকা নিষিদ্ধসোপাৰ কাৰণেই কোনোবাই যেন তাইৰ দুখটো প্ৰতি ক্ষণে ক্ষণে সোঁৱৰাই থাকে। তাইৰ অন্তৰখন ফালি দেখুৱাবলৈ দ্বিতীয়জন মানুহ বিচাৰি পোৱা নাই। মুখেৰে ঘৰখনৰ কোনেও ব্যক্ত নকৰিলেও মনেৰে সকলোৰে বিধবা সাজি থাকিলেহে ভাল পায়। ঘৰখনৰ সকলোৱে আলেঙে আলেঙে চাই থাকে তাইনো কৰিছে কি? সেয়ে সজজ্ঞানে তাই কাৰো পৰা উৎসাহ লাভ কৰা নাই। কেৱল নিৰাশা আৰু হতাশাত ভুগিছে।

সময় বাগৰি থাকিল। এবছৰ অতিক্ৰম কৰি দুবছৰত ভৰি দিলে। তাইৰ নীৰৱ জীৱন যাত্ৰাক সলনি কৰিবলৈ পৰিয়ালৰ কোনেও চিন্তা নকৰিলে। সেয়ে তাই এদিন দৃঢ় হৈ জনসমাজৰ মাজলৈ ওলাই গ'ল। আগতে জড়িত থকা অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে তাইক আঁকোৱালি ল'লে। এদিন গাৰ পৰা বগা সাজ সলাই যি কোনো ৰঙৰে মাৰ্জিত মেখেলা-চাদৰ পিন্ধিবলৈ ল'লে। কঁপালত ল'লে ৰঙা টিপ ফোট এটা।

প্ৰথমদিনা তাইৰ মনটো কেনেবা কেনেবা লাগিল। অন্তৰ্দ্বন্দ্বই থকা-সৰকা কৰিলে। মানুহবোৰে তাইলৈ চাইছেনে কি? কি ভাবিছে মানুহবোৰে? নিচেই সাধাৰণ বেশ-ভূষাৰে পৰিচিতা মায়াশ্ৰীয়েচোন বৈধব্যৰ সাজ সোলোকাই ৰঙীন পোছাকেৰে জনসমুদ্ৰৰ মাজলৈ ওলাই আহিছে। বহুতৰে চকু থৰ হৈ মায়াশ্ৰীৰ মুখমণ্ডলৰ ওপৰেদি বাগৰি গৈ দেহৰ পোছাকেদি চকুহাললৈ তললৈ নামি আহে। তাই সকলো বুজি পাইছে। কটু দৃষ্টিয়ে তাইৰ গৰ্ভ ভেদ কৰি গৈছে। তাই এতিয়া আগৰ দৰে সমূলি ভয় কৰা নাই। এই মানুহবোৰৰ অন্তৰ্দৃষ্টি সমূলি নাই। নিজৰ জীৱনত নঘটা ঘটনা লোকৰ জীৱনত ঘটিলে এই মানুহবোৰে পুতৌ কৰিবহে জানে। মুখেৰেহে সমমৰ্মিতা প্ৰকাশ কৰে। কিন্তু এতিয়া মানুহবোৰৰ টুলুঙা দৃষ্টিভঙ্গীয়ে মায়াশ্ৰীক টলাব নোৱাৰা হ'ল। তাইৰ ৰঙীন সাজ-পোছাকৰ মাজত পোৱা কলিজাখন অতি জাগ্ৰত হৈ থাকিল।

ল'ৰা-ছোৱালীৰ সুখেই তাইৰ সুখ বুলি গণ্য কৰা হ'ল। মাকজনীক

বৈধব্যৰ পোছাকত দেখোতে ল'ৰা-ছোৱালীকেইটাৰ বুকুখন কিবা এক অজানা দুখ এসোপাই আজুৰি পিজুৰি আছিল। ক'তো মানসিক শান্তি বিচাৰি পোৱা নাছিল। অকালতে পিতাকক হেৰুওৱাৰ দুখেই শাম কটা নাই। তেনেস্থলত মাকৰ আকৌ সেই অসহনীয় ৰূপ। কিন্তু মাকৰ এনে অৱস্থাই ল'ৰা-ছোৱালীকিটাক মুকলি কৰি পেলালে। ওঁঠত হাঁহি বিৰিঙিল। ঘৰখনলৈ কিছু হ'লেও সজীৱতা আহিল। গভীৰ শূন্যতা পোহৰলৈ পৰ্যবসিত হ'ল। বহুতখিনি আশ্বস্ত হ'ল মায়াশ্ৰী।

বৰ্তমান মায়াশ্ৰী সমাজৰ, দহৰ, দেশৰ উন্নয়নমূলক কামবোৰত এনেদৰে সাঙোৰ খাই পৰিল যে সময়ে দুখৰ ভাবুকি দি থাকিবলৈ সুৰুঙা নোপোৱা হ'ল। দুখেহে তাইৰ বুকুত থিতাপি ল'বলৈ সুৰঙ্গ বিচাৰি ফুৰিবলৈ ধৰিলে।

মায়াশ্ৰীয়ে দুহাতেৰে সুকান্তই আধৰুৱা কৰি এৰা কামবোৰ সম্পূৰ্ণ কৰিলে।

তিনিওটা ল'ৰা-ছোৱালীয়েই উপযুক্ত হৈ নিজৰ নিজৰ দায়িত্ব পালন কৰিব পৰা হ'ল।

মায়াশ্ৰীৰ বিলাসপ্ৰিয় জীৱনক লৈ কৰা এসময়ৰ কটু সমালোচনাবোৰ আদৰ্শলৈ ৰূপান্তৰিত হ'ল। মাত্ৰ আঠ বছৰ পিছতে বৈধব্যক আঁকোৱালি লোৱা মায়াশ্ৰীৰ বুকুভেদী থকা ঘটনাবোৰে ওৰেটো জীৱন ৰেখাপাত কৰি থাকিল। আজৰি পৰত নিৰ্লিপ্ততাৰে সেইবোৰ সুঁৱৰি কিবা এক অনাবিল শান্তি পোৱা হ'ল। এদিনৰ কথা। তেতিয়া মায়াশ্ৰীৰ মনৰ অৱস্থা জীয়া মানুহ এজনীৰ পোৱা ঘাঁ এটুকুৰাত চেঙা তেল অকণ ঢালি দিলে যেনেকুৱা হ'ব ঠিক তেনেকুৱাই আছিল। তাইৰ ঘৰলৈ জেশাহুয়েকৰ পুতেক এজন ৰাতি থকাকৈ আহিবলৈ ওলাইছিল। মামীয়েকৰ ওচৰলৈ ভাগিনীয়েক যাব বুলি শুনিয়েই আইতাকে হেনো তাক সকীয়াই দিছিল। 'মামীয়েৰক মাত এষাৰ লগাবলৈ যাব খুজিছ, যা। কিন্তু ৰাতি নাথাকিবি। গাভৰু মানুহজনীৰ ঘৰত ডেকা ভাগিনীয়েকটো থকা দেখিলে মানুহে বেয়া বুলিব পাৰে'।

উচ্চ শিক্ষিত ডেকা বিলাসে আইতাকৰ কথা শুনি হেনো গৰজি উঠিল। 'আপুনি এইবোৰ কি কৈছে আইতা? মই মামীৰ ওচৰলৈহে যাম। দগমগীয়া ৰঙা সেন্দুৰ পিন্ধা মানুহবোৰে ব্যভিচাৰ কৰিলে আপোনালোকে নেদেখে। শুদ্ধ বগা পোছকৰ তলত আপোনালোকে যৌনতাৰ গোন্ধ পায়। আপোনাৰ মানসিক বিভ্ৰাত ঘটা নাই নহয়। আপোনাৰ এনেকুৱা কথাই মানুহগৰাকীৰ প্ৰতি অশ্লীল দৃষ্টিভঙ্গীলৈ

মোক সচেতন কৰি দিয়া নহ'লনে? আপোনালোক এতিয়াও সংকীৰ্ণতাৰ পৰা মুক্ত হ'ব পৰা নাই। দেখিছো, আপোনালোক সাজে-পোছাকেহে আধুনিক হ'বলৈ গৈছে। মনটো এতিয়াও কু-সংস্কাৰেৰে ভৰা। আপোনাক চিন্তাৰ পৰা মই মুক্ত নকৰো। বেয়া নাপাব। মই মামীৰ ঘৰত থাকিম গৈ। মামীৰ এই বিপদ কালত মই মাত এষাৰ লগোৱাতো কৰ্তব্য বুলি ধৰি লৈছো'।

এইটো এটা সামান্য উদাহৰণৰ নামান্তৰ মাত্ৰ। সেই সময়খিনিত অলেখ জীৱন্ত সমস্যা মায়াশ্ৰীয়ে অকলেই শিৰ পাতি ল'ব লগা হৈছিল। তাইৰ জীৱন যাত্ৰা লেহুকা হৈ যোৱাহেঁতেনহে মানুহে ধৰি মেলি বান্দৰ নাচ দিয়ালেহেঁতেন। কিন্তু সেইখিনি কৰিবলৈ মায়াশ্ৰীয়ে কাকো সুবিধা নিদিলে।

আদৰ্শ হৈ সমাজৰ আগত বহুত পলমকৈ হ'লেও পৰিচিতা হোৱা মায়াশ্ৰীৰ ওচৰলৈ এতিয়া এচাম শোকাতুৰা মানুহৰ অহৰহ আহ-যাঁও চলিল। তাইৰ সকলো পৰামৰ্শই এতিয়া শিলৰ ৰেখাৰ দৰে স্থিৰ হ'ল।

বৈবাহিক জীৱনৰ এমাহৰ পিছতেই স্মৃতা নামৰ বোৱাৰী এজনীৰ স্বামীয়ে আত্মহত্যা কৰিলে। তাই দিশহাৰা হৈ পৰিল। আদৰ্শবান শাহুয়েকে চাকৰি এটাত সুমুৱাই দিম বুলি নিজৰ ঘৰতে ৰাখিলে। কিন্তু তাই মাত্ৰ ছমাহহে শান্তিত থাকিব পাৰিলে। ছমাহৰ পিছত তাইৰ ডেকা দেওৰেকৰ অশুভ আচৰণ লক্ষ্য কৰিলে। ৰাতি হৈ অহাৰ লগে লগে তাইৰ নিৰাপত্তা নোহোৱা হ'ল। সেইবোৰ কথা তাই শহুৰ-শাহুৱেকক কয় কেনেকৈ? সেয়ে উপায়ন্তৰ হৈ তাই মায়াশ্ৰীৰ পৰামৰ্শ ল'লে। মায়াশ্ৰীয়ে তাইক পিতৃ গৃহলৈ গুচি আহি এটা চাকৰি বিচাৰি ব্যস্ত হ'বলৈ ক'লে। চাকৰি এটা পোৱাৰ পিছত তাইক বিয়া কৰাবলৈ এজন ব্যক্তি আগবাঢ়ি আহিল। দুয়ো পুনৰ সাংসাৰিক জীৱন অতিবাহিত কৰিলে।

এইদৰেই মায়াশ্ৰীয়ে বহুতকে সঠিক পথৰ নিৰ্দেশ দিলে। তাই দেখুৱাই দিয়া পথত কোনেও পিছল খোৱা দেখা নাপালে।

অন্য এদিনৰ কথা। এইবাৰ নিজ ঘৰখনতে বিপদৰ পুনৰাবৃত্তি ঘটিল। মায়াশ্ৰীৰ একমাত্ৰ ননদজনীৰ বিয়াৰ ছমাহৰ পিছতেই সন্ত্ৰাসবাদীৰ গুলীত গিৰিয়েকে প্ৰাণ হেৰুৱালে। চৌদিশ অন্ধকাৰ দেখিলে তাই। পিতৃ গৃহলৈও গুচি আহিবলৈ মন কৰা নাই। দেউতাক-মাকেও একমাত্ৰ পুত্ৰক অকালতে হেৰুৱাইছে। তেনেস্থলত জী-বোৱাৰীৰ দুখন উকা কঁপাল চাই থাকে কেনেকৈ? দিশহাৰা হৈ ৰবিতাই ঘৰৰ চাৰিবেৰৰ বাহিৰ নোলোৱা হ'ল। কাৰো বুজনি কৰ্ণপাত নকৰি এটা বছৰ অন্ধকাৰ কোঠালি এটাতে সোমাই নিষিদ্ধ এসোপাৰ

মাজত দিন অতিবাহিত কৰিলে। তাইক বুজোৱা-বঢ়োৱা, উপদেশ দিয়া, নীতি বচন শুনোৱা, গীতাৰ বাণী পঢ়া, উপনিষদৰ তত্ত্ব গাই শুনোৱা অলেখ মানুহে তাইৰ আগত অগাডেৱা কৰিবলৈ ধৰিলে।

কিন্তু তাইক প্ৰকৃত সাহস দিবলৈ কোনো মানুহ আগবাঢ়ি নাহিল। কাৰো এষাৰ প্ৰেৰণাদায়ক কথাই তাইৰ দুখত নিমজ্জিত মনটোক বান্ধিবলৈ দৃঢ়তা আনি দিব নোৱাৰিলে। মায়াশ্ৰী তাইৰ খবৰ-বাতৰি ল'বলৈ কেবাদিনো গৈছিল। কিন্তু মায়াশ্ৰীৰ ওপৰত কাৰো চকু পৰা নাছিল। তাইৰ উপযাচি কাকো উপদেশ দিয়াৰ নিয়ম নাই।

কিন্তু এদিন সময়ৰ নিৰ্দেশ আহিল। সম্পূৰ্ণ এটা বছৰ জীয়েক তেনেদৰে অন্ধকাৰ কোঠালি এটাত সোমাই থকাত অসহ্য লাগি বোৱাৰীয়েকক মাতি আনি ক'লে — 'বোঁৱাৰী তুমিয়েই ববিতাৰ ওচৰলৈ গৈ বুদ্ধি-পৰামৰ্শ দি সঠিক পথৰ নিৰ্দেশ এটা দিবাচোন। এতিয়া বুজিছোঁ আই, তুমি বিধবা সাজি অন্ধকাৰ কোঠালি এটাত সোমাই থকা হ'লে — তিনিটাকৈ ল'ৰা-ছোৱালীক মানুহ কৰিব পাৰিলাহেঁতেননে? জীৱনটো কিমান নিৰানন্দভাৱে অতিবাহিত কৰিলাহেঁতেন। পলমকৈ হ'লেও আমাৰ অন্ধ চকু মুকলি হৈছে। যোৱা বোৱাৰী যোৱা, তুমি গৈ ববিতাক জীৱন দৰ্শনৰ তত্ত্ব কথা কৈ শুনোৱাগৈ। আমাৰ দিন নাই আৰু। জগত বিবৰ্তনত ঘূৰিছে। আমি যুগ বিবৰ্তনক মানি চলিবই লাগিব'।

কোনো দিনে নুশুনা শাহুৱেকৰ কথাকেইষাৰ শুনি মায়াশ্ৰীৰ গীতাৰ বাণী শুনাৰ দৰে লাগিল।

মায়াশ্ৰীয়ে পুতেক উদীপ্তক মাতি আনি মনে মনে কিবা এষাৰ ক'লে। তাৰ পিছত পুতেকৰ লগত গাড়ীত উঠি ননদৰ ওচৰলৈ বুলি গ'ল। সেইদিনা সেউজীয়া ৰঙৰ কাপোৰ সাজৰ লগত ৰঙা টিপ ফোটটোৱে মায়াশ্ৰীক তুলি ধৰিছিল। উদীপ্তৰো দুচকুৰ ভাষাই ইয়াকে বুজাইছিল যে পেহী, আমাৰ মালৈ চোৱা। আমি মাৰ্ জহতে আজি উপযুক্ত হৈ সংসাৰখন নতুন দৃষ্টিৰে চাব পৰা হ'লো। তুমিও পাৰিবা। তালৈকে তুমি এই অন্ধকাৰ কোঠালিৰ পৰা ওলাই আহি বহল কৰ্মক্ষেত্ৰখনত ভৰি পেলাব লাগিব।

কিন্তু সি মুখেৰে একোকে নক'লে। মায়াশ্ৰীয়ে পুতেকৰ মুখলৈ চাই পৰম তৃপ্তিৰে ক'লে, 'সোণটো যোৱাচোন, গাড়ীতে বেগ এটা এৰি আহিছোঁ লৈ আহাগৈ'।

কেইবাজনো মানুহ তাত উপস্থিত আছিল। মায়াশ্ৰীয়েনো কি টোপোলা

আনিছে তাক চাবলৈ সকলো মানুহ উদ্‌গ্ৰীৱ হৈ পৰিল। উদীপ্তই টোপোলাটো আনি মাকৰ হাতত দি ক'লে — 'লোৱা'।

মায়াশ্ৰীয়ে টোপোলাটো হাতলৈ লৈ লিৰিকি-বিদাৰি চাই ক'লে, 'কবিতা, এটা কথা সঁচা যে তোমাক সান্ত্বনা দি দি বুজাই থাকিলেও একো লাভ নহ'ব। মোৰ সান্ত্বনাৰ ভাষাই তোমাৰ মনলৈ শান্তি আনিব নোৱাৰে। সেই সান্ত্বনা তুমি নিজেহে বিচাৰিব লাগিব। কিন্তু এটা কথা পুনৰ চিন্তা কৰি চোৱা, আজি পুৰা এবছৰ অন্ধকাৰ কোঠালি এটাত সোমাই থাকিলা নহয়, তোমাৰ হেৰোৱা স্বামীক জানো ঘূৰাই পালা। তোমাৰ চকুৰ আগৰ কৰ্মক্ষেত্ৰখনলৈ চকু দিয়া. তুমি ভাল পোৱা সৎ কৰ্মেৰে জীৱনটো নতুনকৈ সজাবলৈ প্ৰয়াস কৰা। মনৰ উৎসাহ আৰু উদ্যমৰ কাৰণে দেহৰ এই বগা সাজটো সলাই পেলাব লাগিব। এই সাজটো বৰ ৰহস্যময় জানানে? এই সাজ পিন্ধাৰ লগে লগে মানুহৰ মনৰ সকলো উদ্যম ধূলিস্যাৎ হৈ যায়। মানুহে আগবাঢ়িবলৈ প্ৰেৰণা নাপায়। প্ৰতিগৰাকী মানুহক এই কাপোৰ সাজে শিলাখণ্ডত পৰিণত কৰি দিবলৈহে বিচাৰে। সেইবাবে মই তোমাক মোৰ দৰে অভিনয় কৰিবলৈ প্ৰেৰণা যোগাইছো। নাভাবিবা কাপোৰ সাজ সলনি কৰিলেই মনটো সলনি হৈ যাব। হেৰোৱা স্বামীৰ প্ৰতিচ্ছবি নাইকিয়া হ'ব। ক্ষত-বিক্ষত হোৱা কলিজাখন নিমজ হৈ পৰিব। তোমাৰ ঘটি যোৱা সত্যটোক কোনেও নোহোৱা কৰিব নোৱাৰে। তথাপি জন্ম-মৃত্যুৰ এই ঘোৰ ৰহস্যৰ পৃথিৱীখনৰ পৰা আমি এনেদৰেই পৰিত্ৰাণ পাব লাগিব। এই নাটঘৰত আমি অভিনয় কৰিবই লাগিব। তোমাৰ এই বিপদকালত গীতাখন হাতত তুলি দিয়া মানুহ বহুত ওলাব। কিন্তু দৃঢ়তাৰে প্ৰকৃত সাহস দিয়া মানুহ ওলাই আহিব পাৰিবনে? গীতাখনৰ কথা তুমি আখৰে আখৰে পালন কৰি চলিবা। কিন্তু মনটোত উদ্যম আৰু প্ৰেৰণা লভিবলৈ এই বগা সাজজোৰ সলাবই লাগিব। কিয়নো তুমি এই বগা ৰহস্যময় পোচ্‌কটোৰ পৰা কেতিয়াও আত্মিক আনন্দ আৰু প্ৰেৰণা লাভ কৰিব নোৱাৰা। ভগবৎমুখী হ'লেও তুমি সংসাৰৰ কাঁইটত খোজ পেলাব নোৱাৰিব পাৰা। এই পোছাকটো তোমাৰ গাত থাকে মানে শূন্যতাই তোমাৰ চৌপাশ আগুৰি থাকিব। সেয়ে এই অন্ধকাৰ কোঠালি পৰিত্যাগ কৰি পোহৰৰ ফালে অগ্ৰসৰ হোৱা। দেখিবা তুমি জীয়াই থাকিবলৈ পথ এটা পাইছা। উঠা, দুখ আৰু হতাশাৰ বিছনা ত্যাগ কৰা। যি সাজ কাপোৰ মই নিজৰ শান্তি আৰু প্ৰেৰণাৰ বাবে পিন্ধিছিলো — সেই সাজ কোনেও পিন্ধাই দিয়া নাছিল। সেই একেটা সাজকে তোমাক মই উপহাৰ দিবলৈ আনিছো। উঠা, এই সাজ মই আজি তোমাক নিজ হাতে পিন্ধাই দি কৰ্মক্ষেত্ৰখনত খোজ দিবলৈ উলিয়াই নিওঁ।○

# অনুভৱৰ শিলালিপি

আকাশখন ডাৱৰে ঢাকি ধৰিছিল। খন্তেক পিছতে সম্ভৱ দোপালপিটা ধৰখুণ আহিব। জয়ন্তই এবাৰ বাহিৰলৈ ওলাই আহি আকাশখনলৈ চালে। মনত চিন্তাৰ ঢৌ। আজি কেইবাদিনো ধৰি এই অঞ্চলবোৰত পানী বাঢ়িয়েই আছে। গোটেই অঞ্চলটো যেন জলমগ্ন হৈ যাব। বাঢ়নী পানী কমাৰ কোনো লক্ষণেই নাই। সূৰ্য দেৱতা অস্তমিত অৱস্থাতে যেন বৈ আছে। সেই অঞ্চলৰ ঠাইবোৰত সংবাদ সংগ্ৰহ কৰিবলৈ গ'লে জয়ন্তৰ আহোতে বৰ অসুবিধা নহ'বনে? তাতে এই ঠাইবোৰ তাৰ বৰ অচিনাকি। দেউতাক ট্ৰেন্সফাৰ হৈ থকা চাকৰি কাৰণে তিনি-চাৰি বছৰৰ মূৰে মূৰে নানান ঠাইত থকাৰ সুবিধা পাইছে। গুৱাহাটী মহানগৰীত জয়ন্তই জন্ম লাভ কৰিছিল যদিও শৈশৱটোহে গুৱাহাটীত অতিবাহিত কৰিবলৈ পালে। তাৰ পিছত অসমৰ বিভিন্ন ঠাইত থকাৰ পিছত দেউতাকক যে ধেমাজীলৈ অৱসৰৰ আগৰ সময়খিনি অতিবাহিত কৰিবলৈ দিব সেই কথা ঘৰখনৰ আটাইকেউটি প্ৰাণীৰে সপোনৰো অগোচৰ আছিল।

অৰ্থনীতিত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা জয়ন্তই গুৱাহাটী মহানগৰীতে সাংবাদিকতাৰ কাম হাতত ল'বলৈ ইচ্ছা কৰিছিল। কিন্তু সি গুৱাহাটীত মাক-দেউতাকহঁত ধেমাজীত, এই কথা কোনোপধ্যেই সম্ভৱ নহ'ল। দেউতাক সুকান্ত শৰ্মাৰ হাৰ্ট এটেক হৈ এবাৰ মৃত্যুৰ মুখৰ পৰাহে বাচিছে। বিপদে-আপদে একমাত্ৰ ল'ৰা জয়ন্তৰ অনুপস্থিতি ঘৰখনৰ কোনেও মানি ল'বলৈ নিবিচাৰে। সেয়ে জয়ন্তইও টালি-টোপোলা বান্ধি দেউতাকহঁতৰ লগতে ওলাল। বানপানী অধ্যুষিত অঞ্চল বুলি খ্যাত ধেমাজীয়েই জয়ন্তৰ কাৰণে সংবাদ সেৱা প্ৰেৰণ কৰা প্ৰথম কৰ্মথলী হ'ব। সেয়ে এজন সাংবাদিক হিচাপে জুলাই মাহত অহা বানপানী অধ্যুষিত অঞ্চলসমূহ চাই-চিতি তাৰ তথ্য সংগ্ৰহৰ কামত যোৱাৰ মানসেৰে বাছত উঠিল। খন্তেকতে এজাক প্ৰবল বৰষুণ আহিল। গেলেপা গৰমত বাছ যাত্ৰীসকলে ইচাৎ-বিচাৎ কৰিছে। বৰষুণজাক পৃথিবীত পৰাহি নাই। বাছখনৰ হেচা-ঠেলাত জয়ন্ত থিয় হৈ গৈ অস্বস্তি অনুভৱ কৰিলে। কোনোবা নানামিলে চিট খালী

হোৱাৰ আশাই নাই। অৱশ্যে সেই সৌভাগ্য ঘটিল তাৰ। দুজনীয়া চিটৰ এজন যাত্ৰী নমাৰ পিছত সি একেবাৰে ওচৰতে থকাত চিটটোত বহি ল'লে। তাৰ কাষত বহাজন আছিল তাৰ সমবয়সীয়া এজন যুৱক। ক্ষন্তেকপৰ যুৱকজনে জয়ন্তলৈ নিৰীক্ষণ কৰি মাত লগালে, 'ক'ত যাব আপুনি?'

মই ইয়াৰ বানপানীৰ শিবিৰসমূহ চাবলৈ যাম বুলি আহিছোঁ।

- জটিয়া চাপৰিৰ ফালে যাবনে ইয়াতে নামিব?

- ইয়াত মানে? মোৰ বাবে এই চহৰ একেবাৰে অচিনাকি। ধেমাজীত এয়া মোৰ প্ৰথম পদক্ষেপ। ভাবি আহিছোঁ নিশ্চয় কাৰোবাৰ কৃপাপ্ৰাৰ্থী হ'ম।

- নিশ্চয়, নিশ্চয়।

- যদি আপুনি স্থানীয়, মোক অকণমান সহায় আগবঢ়াবনে? আগতে ওচৰতে থকা শিবিৰসমূহলৈকে যাঁও। আপুনি কি কয়?

- হ'ব মই বাৰু লৈ যাম।

- বৰষুণ নকমিলে পানী কমাৰ কোনো লক্ষণেই নাই।

- এৰা।

এইদৰেই দুয়ো চা-চিনাকি হৈ অলেখ কথা পাতিলে। দেশৰ নানান সমস্যাৰ কথা। বানপানী, সন্ত্ৰাসবাদ, পণবন্দী, নাৰী বিক্ৰী, বোমা বিস্ফোৰণ, নিৰ্যাতনকে আদি কৰি সাংবাদিকক লঘু-লাঞ্ছনা কৰালৈকে।

ইতিমধ্যে গাড়ী গন্তব্যস্থানৰ বহু আগতেই ৰখালে। কোনোমতেই গাড়ী আগবাঢ়িব নোৱাৰে। চাৰিওফালে বানপানীৰ তাণ্ডৱলীলা। সহযাত্ৰীৰ লগতে জয়ন্তও নামিল। নতুন ঠাইত মনে মিলা লগ এজন পাই সি বৰ আনন্দ পালে। খোজকাঢ়ি গৈ থাকোতে কথা-বাৰ্তাৰ মাজতে সি সহযাত্ৰীজনৰ পৰিচয় ল'লে। এইবাৰ এম. এ. ফাইনেল দিছে অৰ্থনীতিত। দুয়ো একে বিষয়ৰে হোৱাত জয়ন্তৰ নতুন চিনাকিজনৰ প্ৰতি কৌতুহল জন্মিল আৰু ক'লে, 'আপোনাক লগ পাই সঁচাই মোৰ খুব ভাল লাগিছে। এই ঠাইবোৰ মোৰ একেবাৰে অচিনাকি। তাতে ইয়ালৈ মই প্ৰথম আহিছোঁ। সেয়ে কিছু অসুবিধাৰ সন্মুখীন

হৈছো। তথাপি দৈনিক কাকত এখনৰ সংবাদ কিছু সংগ্ৰহ কৰিবৰ কাৰণে আহিবলৈ বাধ্য হ'লো। আপোনাৰ ঘৰ ইয়াতেই যেতিয়া নিশ্চয় মোক কিছু সহযোগ আগবঢ়াব। সহযাত্ৰী উদ্দীপ্তইও "ও" বুলি শলাগি সমৰ্থন আগবঢ়ালে। প্ৰথমে উদ্দীপ্তই যিটো শিবিৰত আটাইতকৈ সৰহ মানুহ আছে তালৈকে লৈ গ'ল। শিবিৰৰ মানুহবোৰৰ দুখ-দুৰ্দশা আৰু অসহায় মুখবোৰ দেখি জয়ন্তৰ বৰ দুখ লাগিল। বিভিন্নজনৰ ওচৰলৈ গৈ বিভিন্ন প্ৰশ্ন কৰিবলৈ ধৰিলে। দুই-এঠাইত প্ৰশ্নসমূহৰ উত্তৰবোৰ লিপিবদ্ধ কৰিবলৈ ধৰাত দুৰ্দশাগ্ৰস্ত মানুহখিনিয়ে চৰকাৰৰ ঘৰৰ মানুহ বুলি দুই-চাৰিটা নোসোধা কথাও নিজে নিজে কৈ যাবলৈ ধৰিলে। অকণমান সোমাই গৈ জুমপাতি থকা মানুহখিনিয়ে বাতি একোটা লৈ ফিকাচাহ খোৱা দেখিলে। মাকবোৰে তাৰে এধোকা নিজৰ নিজৰ কেঁচুৱাটোকো খুৱাই দিছে। তাকে দেখি জয়ন্তই সুধিলে, 'কেঁচুৱাবোৰক কিয় চাহ খুৱাই দিছে। চৰকাৰে বানবিধ্বস্ত এলেকাসমূহলৈ আমুলস্প্ৰে বিলাবলৈ দিছে নহয়? কেঁচুৱা থকাসকলে কেঁচুৱালৈ বুলি টিনকেইটা খুজি লৈ নিজে কৰি নুখুৱাই কিয়?

- প্ৰথম দুদিনমান গাখীৰ দিছিল। গাখীৰৰ চাহ খাবলৈও পাইছিলো। কেঁচুৱাৰ বাবে গাখীৰৰ টিন খুজিছিলোও। কিন্তু তেনেদৰে দিয়াৰ নিয়ম নাই বুলি ক'লে। এতিয়া গাখীৰৰ টিন শেষ হৈ গ'ল হেনো। চৰকাৰে কোনো ধৰণৰ সঁহাৰি জনোৱা নাই বুলিছে।

জয়ন্ত ম্ৰিয়মান হৈ আঁতৰি আহিল। উদ্দীপ্তৰ ওচৰ চাপি গৈ সকলো বিবৰি ক'লেগৈ। উদ্দীপ্তই নিস্তেজ হাঁহি এটা মাৰি ক'লে, 'আপুনিও কম সাংবাদিক নহয় দেখিছো। বানবিধ্বস্ত লোকক গাখীৰ খুৱাবলৈ বিচাৰে? দুদিনমান ৰ'ব পঁচা চাউল খাবলৈ পাবনে নাই'।

- কি কথা কৈছে আপুনি? নাপালে কেনেকৈ হ'ব? চৰকাৰে ৩০ নিযুত টন চাউল আৰু ঘেঁহু মজুত আছে বুলি কৈছে। সেইমতে শিবিৰসমূহ পৰিদৰ্শন কৰি অত্যাবশ্যকীয় সা-সামগ্ৰীৰ অকণো অসুবিধা নোহোৱাকৈ যোগান ধৰিছে।

জয়ন্তৰ কথা শুনি উদ্দীপ্তই অজ্ঞলোকৰ দৰে বহুত সময় ভেবা লাগি

চাই ক'লে , 'হয় নেকি?'

তাৰ পিছত দুয়ো আগুৱাই গৈ জটিয়া চাপৰিত উঠিলগৈ। অলপ দূৰ আগুৱাই যোৱাৰ পিছতে কিছু দূৰৰ পৰা মানুহৰ প্ৰাণৰ কাতৰ চিঞৰ শুনিবলৈ পালে। কেঁকুৰি এটা পাৰ হ'ব লগা হোৱাত সিহঁতে মানুহখিনি দেখা নাছিল। ইতিমধ্যে ইমান সময়ে ঢালিবলৈ থকা বৰষুণজাকে কলহৰ কাণে ঢালিবলৈ ধৰিলে। একো উপায় নেদেখি দুয়ো তিতি-তিতি আগবাঢ়িল। লাহে লাহে সিহঁতৰ চকুত স্পষ্টকৈ দেখা দিলে অসংখ্য মানুহৰ শাৰী এটা। উদ্দীপ্তই জয়ন্তক উদ্দেশি ক'লে, 'কোনোবা শিবিৰত থকা গুণী-জ্ঞানী লোক ঢুকাইছে নেকি? নহ'লে, কোনোবা দুৰ্বৃত্ত হয়তো কিবা গুৰুতৰ অপৰাধত ধৰা পৰিছে। যিমানেই শাৰীটো ওচৰ চাপি আহিল সিমানেই বৰষুণজাকৰো কোব চৰিল। বৰষুণত তিতি জুৰুলি-জুপুৰি হোৱা সকলো মানুহকে উদ্দীপ্তই চিনি পালে। চকুত কাপোৰ বান্ধি গাঁৱৰ মুখা ফুটা ব্যক্তি এজনক নানান কটুবাক্য প্ৰয়োগ কৰি শোভাযাত্ৰা উলিয়াইছে। জয়ন্তৰ দুচকু মুদি দিবৰ মন গ'ল। খন্তেকীয়া চিনাকি সাংবাদিক এজনৰ আগত নিজৰ অঞ্চলৰ মানুহৰ কাণ্ড দেখি লাজ আৰু অপমানত উদ্দীপ্তও ম্ৰিয়মান হ'ল। শ শ মানুহ উচ্ছৃংখলতাৰে পাৰ হৈ গ'ল। জয়ন্তইহে নালাগে উদ্দীপ্তইও টুঁ শব্দ এটা নকৰিলে। তথাপি উচ্ছৃংখল জনতাৰ কটু কণ্ঠস্বৰৰ পৰাই বুজি পালে যে বান বিধ্বস্ত পৰিয়ালক সাহায্যৰ কাৰণে দিয়া বহুত বস্তা চাউল সেই মুখা ফুটা ব্যক্তিজনে মাৰি দিলে। দৰিদ্ৰজনৰ দুখত কাতৰ হোৱা, মুখত হৰি নাম উচ্চাৰণ নকৰাকৈ কথা নোকোৱা সেই ব্যক্তিজনক স্থানীয় যুৱকে হাতে লোটে ধৰা পেলালে।

এইদৰে কিছু দূৰ মৌনতাৰে আগুৱাই যোৱাৰ পিচত উদ্দীপ্তই মাত লগালে, 'আমি বৰকৈ তিতিলো। মই ঘৰত গৈ কাপোৰ সলাই পেলাব পাৰিম। আপুনি কি কৰিব? নহ'লে মোৰ ঘৰলৈকে বলক। মোৰে কাপোৰ এযোৰ পিন্ধি ৰাতিটো থাকিব। এতিয়ালৈকে আমাৰ গাঁৱৰ কেইঘৰমানত পানী সোমোৱা নাই। অৱশ্যে আজিৰ দৰে ঢালি থাকিলে আমিও শিবিৰত আশ্ৰয় ল'ব লাগিব। আপোনাক এনেকুৱা অৱস্থাত মই এৰি দিওঁ কেনেকৈ? সাংবাদিকৰ এনেকুৱা অৱস্থা প্ৰায়ে নহয় জানো? আমাৰ ঘৰলৈ যাবনেকি কওক?

- আজিলৈ নাযাওঁ বুজিছে। পাৰিলে ঘৰলৈকে যামগৈ। মোৰ কাৰণে এই ঠাইবোৰ বৰ অচিনাকি। তাতে দিনকালৰ কথা ভাবি মাঁহঁতে বৰ চিন্তা কৰে। আজিকালি সাংবাদিকসকলক বহুতে বেলেগ দৃষ্টিৰে চাবলৈ লৈছে। সেইবোৰ কথা নিশ্চয় আপুনি জানে। মাহঁতে চিন্তা কৰাটো স্বাভাৱিক। যি তিতিলো, তিতিলোৱেই। আৰু এটামান শিবিৰ পৰিদৰ্শন কৰি মই ঘৰলৈকে

যামগৈ।

তাৰ পিছত উদ্দীপ্তই হাতখন আগবঢ়াই দি কৰমৰ্দন কৰি ক'লে, 'কিবা অসুবিধাত পৰিলে ৰাতিটোৰ কাৰণে আমাৰ ঘৰলৈকে গুচি যাব। মোৰ নাম ক'লেই আপোনাক সকলোৱে ঘৰটো ক'ত বুজাই দিব। লগে লগে দুয়োজনে দুটা বেলেগ দিশত গতি কৰিলে। নিজৰ জুকলি-জুপুৰি হোৱা দেহটোলৈ এবাৰ চাই সি মনে মনে ভাবিলে, দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে গৈ সি সংবাদসেৱাত নামিছে। বোকাপনী গচকি গতিশীল জীৱন এটাৰ অভিমুখে যাত্ৰা কৰিছে। এই দিশত সি যদি খ্যাতি লাভ কৰিব নোৱাৰে আনক বাদ দি হ'লেও দেউতাকে তাক ক্ষমা নকৰে। সেয়ে স্থবিৰতা ভাল নোপোৱা জয়ন্ত আগুৱাই গ'ল। দ্বিতীয়টো শিবিৰত ভৰি দিয়েই সি এক হুলস্থূলীয়া পৰিবেশত সোমাই পৰিবলগীয়া হ'ল। মানুহ এগৰাকীৰ ল'ৰা এটা পানীয়ে উটুৱাই নিছিল। দুদিনৰ পিছত উদ্ধাৰ হওঁতে হোৱা পৰিস্থিতি আছিল অতি কৰুণ। তেনেকুৱা শোকাবহ পৰিস্থিতি আগতে সি কোনোদিনেই দেখা নাছিল।

এনেবোৰ দৃশ্য চাই তাৰ মন শোকাচ্ছন্ন হৈছিল। ইফালে সন্ধ্যা নামি আহিল। ভাববীয়া বতৰৰ অন্ধকাৰে গোটেই পৃথিৱীখন খন্তেক পিছত গ্ৰাস কৰি পেলাব। একেবাৰে আচহুৱা ঠাইত জয়ন্তৰ কেনেবা কেনেবা লাগিল। পুত্ৰহীনা মানুহগৰাকীৰ শোকাৰ্ত চিঞৰৰ লগত গৰু, ছাগলী, ম'হৰ বিকট চিঞৰে অবৰ্ণনীয় পৰিবেশৰ সৃষ্টি কৰিছে। নতুন যেন লগা মানুহ সোমাই গ'লেই শিবিৰৰ ভোকাতুৰ মানুহবোৰে হাতলৈ, মুখলৈ চায়। সন্ধ্যা লগাৰ লগে লগেই কেঁচুৱাবোৰে কান্দোনত গছৰ পাত সৰুৱাইছে। ইফালে ধাৰাসাৰে বৰষুণ ঢালিয়েই আছে। বৰষুণত তিনি তিতি জয়ন্তৰ গোটেই গাটো গধুৰ হৈ আহিছে। শিবিৰৰ মানুহবোৰৰ দুখ-দুৰ্দশাবোৰ চাই থাকি তাৰ মনটো গভীৰ কাৰুণ্যেৰে ভৰি পৰিল। শিবিৰৰ ভিতৰতে মুখচোকা মহিলাৰ মাজত উত্তৰ হোৱা দুই-চাৰিখন কাজিয়াও সি দেখিবলৈ পালে। অবোধ মানুহবোৰৰ সৰু সৰু কথাতে লগা তৰ্ক যুদ্ধই তাক ক্ষয়িষ্ণু সমাজৰ ছবি এখন চকুৰ আগলৈ আনি দিলে। কিমান সময় যে অতিবাহিত কৰিলে সি পাহৰি থাকিল। আনকি হাতৰ ঘড়ীটোলৈ চাবলৈও পাহৰিলে। ইতিমধ্যে যে আঠটা বাজিল সি ক'বই পৰা নাছিল। চিন্তা হ'ল তাৰ। এতিয়া সি যাব ক'লৈ? গোটেইখন বৰষুণত একাকাৰ। ঘূৰি অহাৰ কোনো সুবিধাই নাই। নগৰৰ সাহায্য দিবলৈ যোৱা গাড়ী সি পাব বুলি ভাবিছিল। বৰষুণত তিতি-তিতি সি ইফালে-সিফালে চাবলৈ ধৰিলে। কিজানিবা কোনোবা চিনাকি মানুহ পায়েই যায়। ঘপহকৰে তাৰ

চকুত পৰিল হাতত ছাতি এটা লৈ উদ্দীপ্তই কাৰোবাক বিচাৰি ফুৰিছে। সি উদ্দীপ্তৰ ওচৰ চাপি গ'ল। হাতত জপাই অনা ছাতিটো আগবঢ়াই দি সি ক'লে, 'মোৰ অনুমান সত্য। আপুনি আজি যাবগৈ নোৱাৰে। সেয়ে মই ঘৰত কাপোৰ সাজ সলাই আপোনাক লৈ যাঁও বুলি আহিলো। আমাৰ ঘৰত যদি থকাৰ সুবিধা নাপাই মই পানী নোসোমোৱা যিকোনো এঘৰতে সুবিধা কৰি দিম। কিয়নো আজি আমাৰ ঘৰতে কেইবাঘৰো ভগনীয়া মানুহ আহি আছেহি। একেবাৰে হুলস্থূল পৰিবেশ। আপুনি গ'লেই দেখিব নহয়।'

জয়ন্তই স্বস্তিৰ নিশ্বাস এৰিলে আৰু কোনো প্ৰতিবাদ নকৰাকৈ উদ্দীপ্তৰ পিছে পিছে গুজুং গুজং কৈ গৈ থাকিল। কিছুদূৰ গৈয়ে সি উদ্দীপ্তহঁতৰ ঘৰ পাই তবধ মানিলে। চোতালে-ঘৰে নথৰা মানুহ। সিহঁতৰ ঘৰ-দুৱাৰ ভাল আৰু ভেটীটোও ওখ হোৱাত তেতিয়ালৈকে পানী সোমোৱা নাই। সাংবাদিকৰ জীৱনত লটি-ঘটি আছে যদিও উদ্দীপ্তৰ নিচিনা ল'ৰাৰ আন্তৰিকতাত সি অভিভূত হৈছে।

উদ্দীপ্তই মাক-দেউতাকক চিনাকি কৰি দিয়াৰ পিছতে — সি জয়ন্তক নিজৰ কোঠালিলৈ লৈ গ'ল আৰু নিজৰে কাপোৰ এসাজ উলিয়াই পিন্ধিবলৈ দিলে। তিতা কাপোৰ সাজ খুলি দিয়াত গাটো পাতল পাতল লাগিল। অত সময়ে সি যেন গধুৰ বোজা এটাহে কঢ়িয়াই ফুৰিছিল। তাৰ পিছত কথা বাৰ্তা নাই। সি দাঁতিতে থকা চকু এখনত জুৰি দুটা মেলি দি দীঘল দি বহি দিলে। বাহিৰত ভগনীয়া মানুহৰ হুলস্থূলে পৰিবেশটো গধুৰ কৰি পেলাইছিল। তাতে তাক এৰি উদ্দীপ্ত আঁতৰি গ'ল। ভগনীয়া মানুহবোৰৰ ওচৰলৈ গৈ গৈ সিও খবৰ বাতৰি লৈ ফুৰিছে। খন্তেক পিছতে হাতত চাহ আৰু জলপানৰ বাতি এটা লৈ সি সোমাই আহিল। জয়ন্তলৈ চাই ক'লে, 'উঠকচোন, চাহকাপ খাওক। আজি আমাই শুশ্ৰূষা এনেদৰেহে কৰিব লাগিব। ইমানবোৰ মানুহৰ ভাতৰ ব্যৱস্থা কৰাটো অসম্ভৱ হ'ব। দেউতাই সকলোকে চিৰা খুওৱাৰ কথা ভাবিছে। আজি ৰাতিটো এনেদৰে ৰাখিব পাৰিলে কালিলৈ যি হয় বেলেগ ব্যৱস্থা কৰিব লাগিব।'

পৰম তৃপ্তিৰে জয়ন্তই চাহ আৰু জলপান খাই শেষ কৰিলে। তাৰ পিছত উদ্দীপ্তই পুনৰ ক'লে, 'আমাৰ ঘৰৰ পৰিবেশ দেখিলেই নহয়। ইয়াত আৰু ক'ত শোৱা হ'ব? যদি আপুনি বেয়া নাপাই মই অন্য মানুহ এঘৰতে আপোনাৰ শোৱাৰ ব্যৱস্থা কৰি আহো। জয়ন্তই উদ্দীপ্তৰ সকলো কথাই মানি ল'লে। ঘৰৰ সকলোকে পৰা বিদায় লৈ সিহঁত দুয়োটা ওলাই আহিল। ইতিমধ্যে অন্য এঘৰত তাক শোৱাৰ ব্যৱস্থা কৰিব খুজিলে যদিও সেইদিনা সেই ঘৰতো

বিছনা খালী নাছিল। নিজৰ ঘৰৰ বিছনা পানীয়ে পোৱা মানুহক এৰি দিছে। মাটিয়ে, বালিয়ে ঘৰৰ মানুহ শুই পৰিছে। তাতে একেবাৰে অচিনাকি যুৱক এজনক আজিকালি মানুহে সহজে ৰাখিবলৈও টান পায়। গাঁৱৰ ল'ৰাবোৰৰ ভিতৰত উদ্দীপ্ত পঢ়া-শুনাত আগবঢ়া কাৰণে পেটে পেটে ওচৰ চুবুৰীয়াৰ হিংসোৰ ভাব এটাও নথকা নহয়। তাৰ সৰলতা আৰু জ্ঞান পিপাসু মনটোক বহুতে সহজভাৱে গ্ৰহণ কৰিবলৈ টান পায়। তথাপি দোৰ্ঘোৰ বিপদ কালত মানুহ আৰু পশুৰ সহাবস্থানৰ সময়ত চাৰিওফালে করুণ বিনানিৰ সুৰে সকলোৰে হৃদয় শোকাচ্ছন্ন কৰি ৰখাৰ ক্ষণত, আবেগে শীৰ্ষস্থান লাভ কৰাৰ কাৰণে; গাঁৱৰে এঘৰৰ গৃহস্থ এজনে নিজৰ কাৰণে মাটিতে ওখকৈ পাৰি লোৱা বিছনা এখনত জয়ন্তক 'পৰি থাকা' বুলি এৰি দিলে।

উদ্দীপ্তই পুৱা পুনৰ লগ হ'ম বুলি গুচি আহিল। গৃহস্থই দেখুৱাই দিয়া বিছনাখনতে দীঘল দিয়াৰ পিছত জয়ন্তক ভাগৰে হেঁচি ধৰিলে। দীঘললৈ ভৰি দুখন মেলি বাগৰ এটা মৰাৰ লগে লগে তাৰ বহুত দিনৰ মূৰত বিছনাত বাগৰ দিয়াৰ দৰে লাগিল। দিনটোৰ ভাগৰবোৰ কেনিবা পলাল। দীঘলকৈ ভৰি দুটা মেলি বাগৰ এটা সলাবলৈহে পালে ভৰিপথানত কিবা এটা পৰি যোৱাৰ দৰে লাগিল। বিছনাখন ভাগিল বুলি ভাবি সি লাহেকৈ উঠি তাৰ লগত নিয়া বেগটোত থকা টৰ্চটো উলিয়াই ল'লে। তাৰ পিছত — লাহেকৈ কাপোৰখন গুচাই দেখে ডাঙৰ আমুল-স্প্ৰেৰ টিন এটা চোন পৰি আছে। বিছনাৰ তলত আমুল স্প্ৰেটোনো কোনে সুমুৱালে বুলি ভাবি লাহেকৈ পাৰি থোৱা তুলিখন দাঙি দিলে। কাণ্ড দেখি সি হতভম্ব হ'ল। বিছনাৰ তলত খাট নাই, আছে আমুল স্প্ৰেৰ টিন সজোৱা। এই টিনবোৰতে বিছনা কৰি সম্ভৱ মানুহজন শুই থাকে। ইমানবোৰ খালী টিন ক'ত পালে বুলি ভাবি সি টিন এটা দাঙি চালে। খালী নহয়। গাখীৰৰ সম্পূৰ্ণ টিন। এটাৰ পিছত এটাকৈ দাঙি দাঙি সি নিশ্চিত হ'ল। মূৰৰ শিতানৰ ফালেও দাঙি চাই দেখিলে একেই শাৰী। তাৰ মূৰটো ঘূৰোৱা যেন লাগিল। নিজৰ চকু দুটাকে বিশ্বাস কৰিবলৈ টান পালে। কি ৰহস্যৰ মাজত সি আজি উপনীত হ'লহি। পুৱা হ'লেই এই ৰহস্যময় খাটখন এৰি যাবগৈ বুলি ভাবি সি ওপৰলৈ মূৰ কৰি দুচকু মুদি দিলে। অন্ধকাৰ। একোকে নেদেখি। গোটেইখন নীৰৱ নিস্তব্ধ। টোপনিয়ে আমনি কৰাত জোৰেৰে চকু দুটা মেলি সি অচিন পৃথিৱীখনৰ ৰেহ-ৰূপবোৰৰ কথা উপলব্ধি কৰিবলৈ ধৰিলে। তাৰ ভাব হ'ল ভয়ংকৰ দৈত্য এটাই যেন তাৰ বুকুখন হেঁচি ধৰিছে। উশাহ-নিশাহ বন্ধ হৈ যাব যেন লাগিছে। এতিয়া কি সংবাদ সেৱাৰ কাম কৰিব? কি সংবাদ সি পৰিৱেশন কৰিব? ইত্যাদি

ইত্যাদি। সাংবাদিকতাৰ জীৱন তেনেহ'লে বৰ বৈচিত্ৰময়। এই বৈচিত্ৰতাৰ মাজত বৈচিত্ৰপূৰ্ণ পৃথিৱীখনৰ তত্ত্ব উদ্‌ঘাটন কৰা আৰু প্ৰেৰণ কৰা কামবোৰ তেন্তে কেনেধৰণৰ গুৰুত্বপূৰ্ণ হ'ব লাগিব।

ভাব, চিন্তা-ভাৱনাৰ দোদুল্যমান অৱস্থাত পৰি সি পোহৰ হোৱালৈ গম্ভীৰ উৎকণ্ঠাৰে বাট চাই ৰ'ল। পোহৰ হ'লেই সেই ৰহস্যময় খাটখনৰ পৰা আঁতৰি আহি নিজ কৰ্মক্ষেত্ৰত পদাৰ্পণ কৰিব। এতিয়া সি বৰ স্পৰ্শকাতৰ বাতৰি প্ৰস্তুত কৰিবলৈ সক্ষম হ'ব লাগিব।

চাই থাকোতেই পুবে ধলফাট দিলে। চৰাই-চিৰিকটিৰ কিচিৰ-মিচিৰ শব্দই খন্তেকলৈ হ'লেও তাৰ চিন্তাক্লিষ্ট মনটোক শাঁত পেলালে। পুৱা সকলোৰে আগতে বিছনা এৰি হাতত বেগটো লৈ সি বাহিৰলৈ ওলাই আহিল। কাকো মাত এষাৰ নিদিয়াকৈ ওলাই অহাটো সমীচীন নহ'ব বুলি ভাবি সি ইফালে-সিফালে চাওঁতেই তাক বিছনা এৰি দিয়া গৃহস্থ শুই উঠিল। তাক তেনে ৰূপত দেখি কৃত্ৰিম হাঁহি এটা মাৰি ক'লে, 'কালি নিশা টোপনি আহিলনে'?

ঃ আমূলস্প্ৰেৰ বিছনাত কি টোপনি আহিব মহাশয়? গোটেই নিশা মই আপোনাৰ কুটিল মুখখন আৰু হাঁহিটোৰ কথা চিন্তা কৰিয়েই থাকিলো। কেনেকৈ সংগ্ৰহ কৰিলে ইমানবোৰ আমূলস্প্ৰেৰ টিন। ভগনীয়াসকলৰ মাজত কালি মই সংবাদ বুটলি ফুঁৰোতে মাকৰ শুকান স্তন শুহি থকা নিষ্পাপ শিশুবোৰৰ উচুপনিয়ে মোক অকণো শুবলৈ নিদিলে। অথচ আপুনি বানবিধ্বস্ত পৰিয়ালক খাবলৈ দিয়া আমূলস্প্ৰেৰ টিন লুকুৱাই ফুলশয্যা তৈয়াৰ কৰি শান্তিত ঘুমতি মাৰিছে। এজন সাংবাদিক হিচাপে মই হয়তো ঠিকেই অনুমান কৰিছোঁ। এতিয়া মই বৰ স্পৰ্শকাতৰ বাতৰি জনগণলৈ প্ৰেৰণ কৰিম। বৰ স্পৰ্শকাতৰ বাতৰি বুজিছে।

তাৰ পিছত এখোজ-দুখোজকৈ সাংবাদিক জয়ন্ত শৰ্মা উদ্দীপ্তৰ ওচৰলৈ আগবাঢ়িল।

আগুৱাই গৈ থাকোতে তাৰ এনেহেন লাগিল যে বেগটোৰ পৰা কলমটো উলিয়াই বহীখনত বাতৰিৰ শিৰোনামাটো যেন লিখি থ'ব — 'আমূল স্প্ৰেৰ বিছনাত'।O

# অজ্ঞাতবাস

অনিন্দিতা কাশ্যপ।

হৃদয় উদ্বেলিত কৰা এটি নাম। নামটো যেনেকৈ সুন্দৰ, ঠিক তেনেকৈয়ে চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ, সুন্দৰ-সুৰুচিপূৰ্ণ হোৱাৰ লগতে সৰলমনা, উদাৰচিতীয়া, মৰমিয়াল আৰু সৌন্দৰ্যপূৰ্ণ বুলি ক'লে বঢ়াই কোৱা নহ'ব। অনিন্দিতাৰ তিৰবিৰাই থকা চকুযুৰিয়ে অনবৰতে আনক কৰ্ম প্ৰেৰণা প্ৰদান কৰে।

কিন্তু ডেকা ইঞ্জিনীয়াৰ তন্ময় চৌধুৰীৰ জীৱনত তাই ৰহস্যময়ী ৰূপেহে সোমাই পৰিল।

হাইস্কুল শিক্ষান্ত পৰীক্ষা দি তাই ঘৰতে আছে। মন পখিলা উৰাজি উৰিছে। ফাগুনৰ বিৰ্বিৰ্ মলয়াছাটিয়ে মন-প্ৰাণ কোনোব অজানা এজনৰ কাষলৈ উৰুৱাই নিছে। কোনোবা এজনৰ মধুৰ সান্নিধ্যত যেন স্নেহ-মন সঁপি দিব।

অনিন্দিতাৰ তেনেকুৱা লগা দিনতেই অচিনাকি তন্ময় চৌধুৰীয়ে সিহঁতৰ ঘৰলৈ ভাড়া ঘৰ এটা বিচাৰি আহিল। সেই সুযোগ লাভ কৰিলে অনিন্দিতাৰ মাকে।

তন্ময় চৌধুৰীক অত্যাধুনিক ভাড়া ঘৰটো অতি কম ভাড়াত দি দিলে। অত্যন্ত গহীন-গম্ভীৰ সুৰুচিসম্পন্ন ডেকা তন্ময়ে নিজৰ বাসগৃহত যাৱতীয় কাম-বন কৰি টি ভি চাই, ষ্টিৰিঅ' লগাই, কাকত-আলোচনী পঢ়ি এটা সপ্তাহ অতিবাহিত কৰিলে। মালিকৰ ঘৰৰ লগত কোনো ধৰণৰ সংশ্ৰৱ নাই। অনিন্দিতাৰ মাকৰ হৃদয়খন উদ্বেলিত হৈ উঠিল। কেনেকৈ পাৰি এই ডেকাক জালত পেলাব। ডেকা ইঞ্জিনীয়াৰ জোঁৱাই হোৱা স্বপ্নত বিভোৰ হ'ল তাইৰ মাক। সেয়ে তাইৰ হাতত মাছ-মাংসৰ জুতি লগা ব্যঞ্জন দি জীয়েকক পঠাবলৈ ধৰিলে। লাহে লাহে তাই তন্ময় চৌধুৰীৰ কোঠালিত সোমাই পৰিল। তন্ময়ৰ টেবুলৰ ওপৰত থকা আলোচনী -কাকত আদিত এনেকৈ মনোযোগ দিবলৈ ধৰিলে যে সি অফিচলৈ যাবলৈ ওলাই দুৱাৰ বন্ধ কৰিবলৈ বৈ থাকিবলগীয়া হ'ল।

ঃ ঘৰলৈ যাবলৈ পাহৰিলা নেকি? মই দুৱাৰ মাৰিবলৈ বৈ আছোঁ নহয়। ভিতৰতে সুমুৱাই তলা লগাই দিলে তোমাৰহে বিপদ হ'ব।

ঃ কিনো বিপদ হ'ব? মই ভালহে পাম — পৰীক্ষা দিছো ........ বৰ ভয় লাগি আছে, যদি কেনেবাকৈ পাছ কৰো আকৌ কলেজত পঢ়িব লাগিব। মোৰ পঢ়ি পঢ়ি আমনি লাগিছে।

ঃ স্কুল শিক্ষান্ত পৰীক্ষা দিয়েই আমনি লাগিলনে? কিয় কলেজত নপঢ়া? কলেজতেই কিয় ইউনিভাৰচিটিত?

ঃ ইস্ ........ মই নোৱাৰো পাই। মই ইমানকৈ পঢ়িলে পাগল হৈ যাম।

ঃ কি ক'লা? পাগল হৈ যাবা? তোমাৰতো পঢা বাদে অন্য কাম নাই। তাতে পইছা-পাতিৰো অভাৱ নাই। দেউতাৰাৰ ইমান সম্পত্তি খাই শেষ কৰিব কোনে?

অনিন্দিতাক বাহিৰলৈ উলিয়াই দি দুৱাৰত তলাটো লগোৱালৈকে তন্ময়ে এনেদৰেই কৈ কৈ স্কুটাৰত ষ্টার্ট দি দিলে।

অনিন্দিতা বহুত সময় বাৰাণ্ডাতে ভেবা লাগি চাই থাকি ঘৰলৈ খোজ ল'লে।

তন্ময় চৌধুৰীৰ স্কুটাৰ তীব্ৰ বেগে চলিল। মনৰ মাজত ধুমুহা, হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ্থী এজনীৰ কেনে ধৰণৰ কথাবাৰ্তা। আজিকালি ছোৱালীবোৰৰ জীৱনত কিমান আশা-আকাংক্ষা আৰু সপোন থাকে। এইদৰে যুগৰ বাতাবৰণৰ লগত খোজ পেলাবলৈ প্ৰতিজনী ছোৱালীয়েই কষ্ট, সংগ্ৰাম আৰু ত্যাগ কৰিব লাগে। সপোনৰ লগে লগে দৌৰি দৌৰি মধুৰ সপোনক বাস্তৱত ৰূপায়িত কৰিবলৈ কঠোৰ সাধনাত ব্ৰতী হ'ব লাগে। আজিকালি বহুত ছোৱালীয়ে শিক্ষাৰ লগতে যশ-খ্যাতিৰ কাৰণে দৌৰি ফুৰে। বহুতৰ আকৌ বৈবাহিক সম্বন্ধৰ কাৰণে সময় নোহোৱাৰ নিচিনা অৱস্থা হয়গৈ। তেনেস্থলত এই ছোৱালীজনী কিমান ব্যতিক্ৰম।

মনত পৰিল নিজৰ মাহীয়েকৰ ছোৱালী অৰূপালৈ। মাহীয়েকে ভাবিছিল — গ্ৰেজুৱেচনটো ল'লেই উপযুক্ত ল'ৰা এজন চাই বিয়া দি দিব। তাইৰ

পঢ়াৰ প্ৰতি আগ্ৰহ দেখি নিজে সুধিবলৈ সাহস নকৰি ভাগিনীয়েক এজনীৰ হতুৱাই সোধালে তাইৰ বিয়া পতাৰ কথা। বিয়াৰ কথা শুনি তাই হাঁহি হাঁহি ক'ব নোৱাৰা হ'ল — মাঁহত বলিয়া হৈছেনে কি? মই পাছ্ কৰি এম. এ. পঢ়িবলৈ নাযাম জানো? তাৰ পিছত পি. এইচ. ডি. কৰিম ........... তাৰ পিছত চাকৰি কৰিম ....... তাৰ পিছতহে মাঁহতক কম, এতিয়া উপযুক্ত ল'ৰা এজন চাব পাৰা। মাক এনেকৈ কৈছো বুলি কৈ দিবা।

ঃ এই তই আকৌ কাকো কথা দি থোৱা নাই নহয়? এই যে ৰিব ৰিব্ বাসন্তী বতাহ বলাৰ পৰত নিৰিবিলি আবেলি নদীৰ পাৰৰ কঁহুৱা বনৰ সৌন্দৰ্য চোৱা-মেলাৰ পৰত, কৃষ্ণচূড়াৰ তলত বহি এপাহি-দুপাহিকৈ পাহি বুটলি বুটলি পেলাই থকাৰ ক্ষণত ..........।

ঃ নাই নাই ........... চিন্তা নকৰিবা ভাই, সেইবোৰ কৰি সময় নষ্ট কৰিবলৈ মোৰ অকণো সময় নাই। মই এতিয়া নিজকে প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত আগ্ৰহী। কিন্তু এইজনী অনিন্দিতা। কি বিচাৰিছে তাই? কি লৈ তাই বাৰু সুখৰ সপোন দেখিছে? উপযুক্ত শিক্ষা-দীক্ষাৰ অবিহনে তাই বাৰু কি লৈ আত্মিক আনন্দ লাভ কৰিব? তাতে আকৌ মাকজনীৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণা বৰ তৰল পৰ্যায়ৰ। নিজৰ গাভৰু জীয়েকজনীক ডেকা ল'ৰাৰ লগত থাকিবলৈ পঠাই দিছে। এইদৰেই কিছুদিন, মাহ, বাগৰি বছৰেকত ভৰি দিলে। লগে লগে তন্ময় চৌধুৰীয়ে নতুন ভাড়া ঘৰ এটা বিচৰাত লাগিল। নাই, ক'তো অকণো সুবিধা থকা ঘৰ নাই। দুমাহৰ পিছতহে নিজৰ কোৱাৰ্টাৰত সোমাব পৰা হ'বগৈ।

এই দুটা মাহ তন্ময়ে বৰ মানসিক অস্থিৰতাত কটাবলগীয়া হ'ল। অনিন্দিতাৰ অবাধ আহ-যাহে তাৰ জীৱনৰ গতি সলনি কৰি দিলে। এফালে তাৰ সোণালী ভৱিষ্যৎ গঢ়াৰ সপোন, আনফালে ঘৰৰ নানান সমস্যা। দুজনীকৈ ভনীয়েকক বিয়া দিবলৈ আছে। ৰুগীয়া বৃদ্ধ পিতৃ-মাতৃ আৰু মেডিকেলত পঢ়ি থকা ভায়েক। ইমানবোৰ সমস্যা লৈ সি কোনোপধ্যে এই অৱস্থাত নিজৰ সংসাৰৰ কথা ভাবিব নোৱাৰে। তেনেস্থলত অনিন্দিতাৰ লগতে মাক-দেউতাকৰ অবাধ আহ-যাঁও, আত্মীয়তা — এইবোৰ ধূলিস্যাৎ কৰি সি যদি এই চক্ৰটোৰ পৰা ওলাই যাব নোৱাৰে সি পৰিয়ালটোৰ ওচৰত চিৰজীৱন ঋণমুক্ত হ'ব নোৱাৰিব। এদিন

সেই সুযোগ তাৰ জীৱনলৈ আহি পৰিল। তাৰ কোৱাৰ্টাৰ সম্পূৰ্ণ হোৱাৰ কথা জনালে। লগতে ইয়াকো ক'লে — মই অহা ছেপ্টেম্বৰ মাহত ঘৰ খালি কৰি দিম। আপোনালোকে ভাড়াৰ মানুহ বিচাৰিব পাৰিব।

এটা সপ্তাহ পাৰ হ'ল।

এক এপ্ৰিলৰ দিনা ঘৰৰ সকলো সামৰি-সুঁতৰি একেবাৰে শেষ সময়ত চাবিকোছা দিবলৈ গ'ল।

ঃ তন্ময়, তুমি এইদৰে হঠাতে ভাড়াঘৰ সলালে নহ'ব নহয়। তুমি নাজানা জানো দিতা যে তোমাৰ বাকদত্তা। তুমি এনেদৰে এৰি যোৱা মানে তাইক প্ৰতাৰণা কৰা নহ'বনে? আমাৰ লগত এটা সিদ্ধান্তত উপনীত নোহোৱালৈকে মই তোমাক এনেদৰে এৰি যাবলৈ নিদিওঁ নহয়।

তৎক্ষণাৎ বিদ্যুৎ প্ৰবাহিত হৈ তন্ময় চক্ৰাকাৰে ঘূৰি ঘূৰি নিথৰ হোৱাৰ দৰে হ'ল।

কি বাক্য প্ৰয়োগ কৰিলে মানুহগৰাকীয়ে। মানুহে মানুহক মিথ্যা অপবাদেৰে এনে ধৰণে শলঠেকত পেলাব পাৰেনে? এনেকুৱা কুৎসিৎ স্বভাব-চৰিত্ৰৰ আগত মুখ দেখুৱাবলৈ তন্ময়ৰ শংকা উপজিল। আগ-পিছ ভবা মানে পুনৰ সেইখন ঘৰত কেইবাদিনো থকা। অত্যন্ত খঙত ক্ৰোধান্বিত হৈ তন্ময়ে কোনো বাহিত জুই নজ্বলোৱাই ভাল বুলি সিদ্ধান্ত লৈ একেবাৰে তাৰ অনুপযুক্ত বুলি ভবা ছোৱালীজনীকে পাণি গ্ৰহণ কৰিবলৈ সন্মত হ'ল।

কোনো ধৰণৰ প্ৰতিবাদ শুনিবলৈ মন নকৰি ভাড়াঘৰৰ বস্তু কঢ়িয়াবলৈ অনা গাড়ীখনকে ষ্টাৰ্ট দি অনিন্দিতালৈ চাই তন্ময়ে খণ্ডেৰে ক'লে — উঠা।

তেনেতে নিজকে অজস্ৰ সম্পত্তিৰ মালিক বুলি গৌৰৱত গংগাটোপ হৈ থকা তাইৰ দেউতাক সীমান্ত বৰুৱাই হুমকি মাৰি উঠিল — উৱা, তুমি সঁচাকৈয়ে তাইক গাড়ীত তুলি ল'বানে? মই একো এপদ নিদিয়াকৈ এই কুমলীয়া ছোৱালীজনীক পঠাই দিব নোৱাৰো নহয়। মোৰ সন্মান থাকিব ক'ত?

তন্ময় চৌধুৰী উৎকণ্ঠিত, উত্তেজিত সমূলি নহ'ল। ধীৰ-স্থিৰ হৈ ক'লে — মই আপোনাৰ ছোৱালী ভিক্ষাও বিচৰা নাই আৰু আপোনালোকৰো

আত্মসন্মান হানি কৰিবও খোজা নাই। আত্ম সন্মান মই অন্ততঃ বুজি পাওঁ। আপোনালোকৰ আত্মসন্মানৰ উমান পালো। গাভৰু ছোৱালীক পুৰুষৰ লগত এৰি দি সিংহক জালত পেলোৱা ফন্দীও বুজি পালো। আজিৰ পৰা মোৰ লগত কোনো ধৰণৰ সম্বন্ধ নৰখাই ভাল হ'ব নেকি?

তাৰ পিছত অনিন্দিতালৈ চাই ক'লে — গাড়ীত বহিবাহি নে নাই মই .......?

চুচুক-চামাককৈ অনিন্দিতা গাড়ীত উঠি বহিল।

সাংসাৰিক জীৱনত তন্ময়ে অতি নিষ্ঠাৰে সকলো দায়িত্ব সম্পাদন কৰিলে। বৃদ্ধ পিতৃ-মাতৃক লগত আনি ৰখাৰ লগতে দুজনীকৈ ভনীয়েকক বিয়া দিলে, ভায়েক ডাক্তৰ হৈ ওলোৱাৰ পিছতহে তেওঁ কিছু সকাহ পালে। পিতৃ-মাতৃৰ বিয়োগৰ পিছতহে সংসাৰৰ গধুৰ দায়িত্ব লাঘৱ হ'ল। লগে লগে নিজৰ ল'ৰা-ছোৱালীহালো ডাঙৰ হৈ আহিল।

তন্ময়ে অনিন্দিতাক সকলো ধৰণৰ সুখ-সম্ভোগ দিলে। এগৰাকী নাৰীৰ সম্পূৰ্ণ মৰ্যাদা দিলে, কিন্তু — তাইৰ হাত-ভৰি শিকলিৰে বন্ধাৰ দৰে হ'ল। তায়ো সেই সুদীৰ্ঘ দিন-ৰাতি সেই বন্ধন সহ্য কৰি থাকিল। তেৰটা বছৰ তাই নিৰ্বিবাদে অতিক্ৰম কৰিলে। লাহে লাহে তাইৰ বিদ্ৰোহৰ অগ্নি স্ফুলিংগ বাহিৰ হ'বলৈ ধৰিলে।

এদিন তাই হঠাতে কি জানো উষ্মা উঠিল ধৰিব নোৱাৰি তন্ময়ৰ লগত তৰ্ক যুদ্ধত অৱতীৰ্ণ হ'ল।

তোমালৈ মই বিনাদ্বিধাই আহিলো বুলিয়েই মোক ইমান বন্দিনী কৰি ৰাখিব লাগেনে? জন্মদাত্ৰী মা-দেউতাৰ পৰা আঁতৰ কৰাই ল'ৰা-ছোৱালীহালক মোমায়েকৰ ঘৰৰ পৰা বঞ্চিত কৰালা। মই তোমাৰ দাসীৰ দৰে নহয়নে? ল'ৰা-ছোৱালীহালৰ মুখলৈ চাই মই সহ্য কৰি আছিলো। তোমাৰ সংসাৰখনৰ সকলো দায়িত্ব ময়ো কান্ধ পাতি লৈ মোৰো সাংসাৰিক ধৰ্ম পালন কৰিলো। গতিকে এতিয়া মই বহুত মহিলাৰ মাজৰ এজনী হৈ নিজৰ বাকী থকা দিনকেইটা এগৰাকী পূৰ্ণাংগ নাৰীৰ দৰে কাম কৰি যাবলৈ সিদ্ধান্ত লৈছো।

ঃ তুমিনো কিটো কৰিবা? তোমাৰ জানো উপযুক্ত শিক্ষা আছে?

ঃ আজিকালি টিপ চহী কৰিব জনা মানুহেও বহুত কাম কৰি সমাজত তিষ্ঠি আছে।

ঃ মই তোমালোকৰ দৰে নহৈ সেইসকলৰ মাজতে যি পাৰো কৰিম বুলি স্থিৰ কৰিছোঁ। মোৰ বিশ্বাস, নিজৰ দৃঢ়তাকে মই প্ৰতিপন্ন কৰিব পাৰিম।

ঃ তোমাক মোৰ বাহিৰলৈ উলিয়াবলৈকে ভয়। ক'ত বা কি কৰি ফুৰাগৈ।

ঃ তুমি যে অনবৰতে বাহিৰত ঘূৰি ফুৰিছা, মই জানো ভয় কৰিছোঁ?

ঃ মোলৈ ভয় কৰিবলৈ কিটো আছে তোমাৰ?

ঃ পুৰুষলৈ ভয় কৰিবলগীয়া আজিৰ দিনত একো বিষয় নাই নে?

ঃ থাকিব পাৰে। কিন্তু তোমাৰ ধ্যান-ধাৰণা মোৰ লগত মিলে জানো?

ঃ তোমাৰ ধ্যান-ধাৰণা নুবুজাকৈ মই তেৰ বছৰ অতিক্ৰম কৰিলোনে? তোমাৰ চাকৰিৰ তাগিদাত দিন-ৰাতি ব্যস্ত হৈ থকা সময়ত ময়ে ঘৰখনৰ সকলো কাম চলোৱাৰ উপৰি ল'ৰা-ছোৱালীহালকো সকলো দিশতে আগবঢ়াই দিছো। তেনেস্থলত সকলো দিশতে তোমাৰ শ্ৰেষ্ঠতাকে নিৰূপণ কৰিবলৈ যোৱা কিয়?

ঃ পাৰোতে গৈছোনে? মোৰ বাহিৰৰ জগতখনত তোমাৰ কাৰণে মই লজ্জিত হওঁ। মোৰ দৰে ইঞ্জিনীয়াৰ এজনৰ তোমাৰ দৰে অনভিজ্ঞ পত্নী এজনী কাৰো নাই নহয়। সেয়ে মই তোমাক আনৰ আগত চিনাকি কৰিবলৈ দিয়াৰ লাজতে ওলাবলৈ নিদিয়াকৈ ৰাখিছো।

ঃ তুমি নিজকে এজন অভিজ্ঞ ইঞ্জিনীয়াৰ বুলি জাহিৰ কৰাৰ ফলতেই মোক তুচ্ছাৰ্থত গ্ৰহণ কৰিছা। অথচ মোৰ উচ্চ শিক্ষা নাই যদিও ময়ে তোমাৰ সংসাৰ দায়িত্ব পালন কৰি শেষ কৰাৰ নিচিনাই হ'ল। কোনোদিনে মই একো কথাতে মাত মতা নাই। তুমিও চামোনটোৰ দৰে সকলো দেখি আহিছা। মোৰ পুথিগত বিদ্যাহে কম, কিন্তু সংসাৰৰ নানান অভিজ্ঞতাই মোক জীৱন যাত্ৰাত খোজ পেলাবলৈ শিকাইছে। এই ক্ষেত্ৰত তুমি মোক তুলনা কৰি চাব পাৰা কোন

অভিজ্ঞ আৰু কোন অনভিজ্ঞ। তোমাৰ সংসাৰখন সকলো দিশতে চকু দি নিয়াৰিকৈ চলোৱা নাৰীগৰাকী মই, তুমি নহয়। গতিকে তুমি ............।

ঃ তোমাক মই সেইবোৰ বখানিবলৈ কোৱা নাই। মই চাকৰি সোমায়ে এনেদৰে জালত পৰিম বুলি নাভাবিছিলো, সেয়ে তোমালোকৰ ওপৰত মোৰ আজিও ক্ষোভ থাকি গ'ল।

ঃ তেনেহ'লে মাৰ এষাৰ কথাতে মোক গাড়ীত তুলি লৈ আহিব নালাগিছিল।

ঃ অনাই নাই তোমালোকৰ ঘৰৰ জালৰ গাঁঠি খুলি মই ওলাই আহিলো। সেয়ে হয়তো মই অপৰিপক্কতে সন্তানৰ পিতৃ হ'বলৈ বাধ্য হ'লো।

ঃ কি ক'লা, সন্তানৰ পিতৃ হোৱাটো বেয়া কথা নেকি? মোৰ যদি মাতৃ হোৱাৰ ক্ষমতা নাথাকিলহেঁতেন তুমি সম্ভৱ দ্বিতীয় বিবাহতে বহিলাহেঁতেন। মোক তুমি ধৰ্ম পত্নী কৰি নাৰাখা। মই কম বয়সতে কৰা ভুল এটাৰ কাৰণে তুমি ইমান হীনমনা হৈ থাকিলানে? তোমাৰচোন মানসিকতা একেবাৰে সলনি নহ'ল। জানানে, সৰুতে কৰা ভুলৰ বাবে মই সদায়ে অনুতপ্ত। এতিয়ালৈ এনেকুৱা এখন সংসাৰ মোৰো ভাল নলগা হৈছে। তাতে তোমাৰ পুৰুষত্বৰ উমান পাই মোৰ অতিষ্ঠ লাগিছে। তুমি মোক তেৰ বছৰ আৱদ্ধ কৰি ৰাখিলা হয়, কিন্তু মোৰ মনৰ জগতখনত ক্ষন্তেকলৈও ভুমুকি মাৰি চাব নোৱাৰিলা। কেৱল বিশ্ববিদ্যালয়ৰ ডিগ্ৰী এসোপা থাকি ধন ঘটিলেহে নাৰীয়ে জীৱনত সাৰ্থকতা লাভ কৰিব পাৰে, তেনেকুৱা আভিধানিক অৰ্থ বাহিৰ হোৱা নাই।

ঃ তোমাৰ গাত আজি কিবা গোসাঁনী লম্ভিলে নেকি?

ঃ নাই লম্ভা। আজি তেৰ বছৰে থুপ খাই থকা ক্ষোভৰ উদ্গীৰণ হৈছে।

তন্ময় চৌধুৰী সাউৎকৰে ওলাই গুচি গ'ল। অনিন্দিতা ক্ষন্তেক নিশ্চুপ হৈ ৰ'ল। তাৰ পিছত ঘৰুৱা সকলো কাম সমাধা কৰি বাহাদুৰকো নিৰ্দেশ দি পৰিপাটিকৈ পিন্ধি উৰি ওলাল।

অনিন্দিতাৰ এনে ৰূপ দেখি সদায় ঘৰত থকা বাহাদুৰ স্তম্ভিত হ'ল। কিয় এনে আচৰণ? কিবা অঘটন ঘটিব নেকি? সংকোচ ভাৱ আহিলেও দ্বিধাহীনভাৱেই

বাহাদুৰে সুধিলে, ‘আইদেউ, আজি অকলেই কেনিবা যাবলৈ ওলাইছেনে?

ঃ মই মাঁহতৰ ঘৰৰ পৰা আহিম গৈ।

ঃ অকলেই যাবনে?

ঃ অকলেই যাম।

ঃ আগতে মই কুঁৱা এটাত ভেকুলী এটা পৰাৰ দৰে পৰি আছিলো। আজিহে কুঁৱাটোৰ পৰা উঠিম। কুঁৱাটোৰ পানীবোৰ বৰ ঘোলা হৈছে অ' — গংগোত্ৰীৰ পবিত্ৰ পানী বিচাৰি মই উত্ৰাবল হৈ পৰিছো।

ঃ পিছে ছাৰ ভাত খাবলৈ আহিলে ক'লৈ যোৱা বুলি ক'ম?

ঃ মাৰ ঘৰলৈ। আৰু ক'বা, মই যদি আহিব লাগে আবেলিলৈ গাড়ীখন যেন পঠাই দিয়ে। নহ'লে মই আহিব নোৱাৰিম।

ঃ কিনো কয় জানো আইদেৱে। আপুনিনো কোন কাহানি অকলে বাহিৰলৈ গৈছে আৰু ছাৰে গাড়ী পঠিয়াই অনাইছে?

ঃ ঠিকেই। আজিৰ পৰা গাড়ী পঠিয়াই অনাবই লাগিব। এইখন ঘৰত মোৰো অধিকাৰ সাব্যস্ত কৰিবৰ থল আছে।

বাহাদুৰ নিশ্চুপ হৈ ৰ'ল। অনিন্দিতা ইতিমধ্যে আলিবাটত উঠিলগৈ। এইয়া তাইৰ বিয়াৰ পিছৰ প্ৰথম যাত্ৰা। তাইক দেখাৰ লগে লগে শোকে-তাপে জৰ্জৰিত হৈ থকা দেউতাক-মাকে কান্দি পেলালে। তথাপি জোঁৱায়েকে পঠিয়াই দিছে বুলি ভাবি বিনয়ীভাৱে ক'লে — আই আহিলি ভালেই কৰিলি। তহঁতে সুখে-শান্তিৰে থকাৰ কথাহে আমি চিন্তা কৰো। এতিয়া চাহ-তাহ খাই সোনকালে ঘৰলৈ যাগৈ। তয়ো কম নহয় দে। অজ্ঞাতবাসৰ বছৰতেই দেখা দিব খুজিছ নেকি?

ঃ দেউতা, তোমালোকে এনেকুৱা ধৰণৰ কথা নক'বা। মোৰ সহ্যৰ সীমা চেৰাই গৈছে। মই সহি থকাৰ কাৰণে তেওঁ নিৰ্বিকাৰ হৈ গৈছে। মোৰ মনৰ জগতখনত সমূলি ভুমুকি নামাৰিবনে, এইটো কেনেকুৱা ধৰণৰ কথা?

ঃ তেনেকৈ নাভাবিবি আই। এতিয়া তোৰ প্ৰধান কৰ্তব্য আৰু দায়িত্ব

হ'ল — ল'ৰা-ছোৱালীহালক মানুহ কৰা। সময়ত তেওঁ তোৰ ত্যাগৰ কথা উপলব্ধি কৰিব পাৰিব। ল'ৰা-ছোৱালীয়েও প্ৰতিবাদ কৰিব। দেউতাকক বুজাব পৰা হোৱালৈ নিশ্চয় বেছি সময় নালাগিব।

এইবাৰ অনিন্দিতা নিশ্চুপ হ'ল। আগতে তাই মাক-দেউতাকক ইমান শান্ত-সৌম্য ৰূপত কেতিয়াও দেখা নাছিল। দেউতাকৰ অজস্ৰ সা-সম্পত্তিৰ কাৰণে স্বভাবটো দাম্ভিক আছিল। মাক আছিল অলপ পানীৰ মাছৰ দৰে। ইঞ্জিনীয়াৰ ল'ৰা দেখি একোকে নভবা-নিচিন্তাকৈ ছলে-বলে-কৌশলে পঢ়া-শুনাত গাধা বুলি ভাবি লোৱা ছোৱালীজনীক দি দিবলৈ বিচাৰিলে। সম্পূৰ্ণ সুস্থ চিন্তা-চৰ্চাৰ মাজেদি আগবঢ়াহেঁতেন হয়তো তন্ময় ইমান কঠোৰ নহ'লহেঁতেন।

এতিয়া অনিন্দিতা গভীৰভাবে চিন্তাত পৰিল। এফালে দেউতাক-মাক আৰু এফালে তন্ময়। ক্ষন্তেকতে তাইৰ চিন্তাৰ পৰিক্ৰমা সলনি হৈ আহিল। তন্ময় মানুহজন সৎ, নিষ্ঠাবান, কৰ্তব্যপৰায়ণ আৰু মহৎ। তেওঁৰ দৰে ব্যক্তিত্ব যদি তাই সৰুৰে পৰা দেখিলেহেঁতেন। তাইৰ ব্যক্তিত্বও হয়তো তেনেদৰে গঠন হ'লহেঁতেন। তাইৰ ল'ৰা-ছোৱালীহাল কিমান শান্ত, সৌম্য আৰু অমায়িক স্বভাবৰ। এই গুণ নিশ্চয় দেউতাকৰ পৰাহে পাইছে। মনৰ এই দোদুল্যমান অবস্থাত পৰি তাই একেখন চকীতে যোৱাৰে পৰা বহি থাকিল।

কি সিদ্ধান্ত ল'ব তাই। অত বছৰে তাই সেইজন মানুহৰ লগত আত্মিক আনন্দ প্ৰতিষ্ঠা কৰি আহিছে। কোনোদিনে কোনো কথাতে অবাধ্য হোৱা নাই। হঠাতে সেইদিনা তাইৰ মানসিক অবস্থা কিয় ইমান বেয়াৰ ফাললৈ ঢাল খালে। কিহৰ কাৰণে ইমান কটু বাক্য প্ৰেৰণ কৰি তাই ঘৰ পালেহি। গভীৰ চিন্তাত পৰিল তাই। প্ৰথম ভুলৰ পিছত এইটো তাইৰ দ্বিতীয় ভুল।

তাই এনেকৈ চিন্তাক্লিষ্ট হৈ নিশ্চুপে বহি থকা দেখি মাকে ক'লে — মা, তই আকৌ নতুন ভুল এটা কৰিবলৈহে এনেকৈ গুচি আহিলি। জোঁৱাই যিহে জেদী মানুহ, তোক কেতিয়াও নিবলৈ গাড়ী নপঠায়। গতিকে যি হ'ল হ'ল এতিয়া ঘৰলৈ ঘূৰি যাগৈ যা।

বিস্ময়াভিভূত হ'ল অনিন্দিতা। এসময়ত এজন অচিন ল'ৰাৰ লগত এই মানুহগৰাকীয়েই কোনো ধৰণৰ কথা-বাৰ্তা নোহোৱাকৈ তাইক এদিন পঠাই দিনা

নাছিল নে? তেতিয়া তাইৰ যদি কিবা অঘটন ঘটিলহেঁতেন। এতিয়া মাকৰ ভয় দেখি আচৰিত হৈছে। ইমান চিন্তাশীল হ'ল কেনেকৈ?

ঃ মা, তোমালোকে এইবোৰ কি কৈছা? তোমালোকৰ পৰা মইতো সকতে এনেকুৱা শিক্ষা লাভ কৰা নাছিলো।

ঃ নক'বি আই, সংসাৰত দেখি-শুনি-ঠেকি-বুজি বহুত অভিজ্ঞতা হৈছে। ভুলে ভুল নকৰিবলৈ শিকায়। শেহতীয়াকৈ হ'লেও আমি সেই শিক্ষা পাইছোঁ।

ঃ তেনেহ'লে মোক তোমালোকে অকলেই গুচি যাবলৈ কোৱা। মোৰ নাৰী জীৱনৰ মৰ্যাদা?

ঃ তোক থবলৈ গ'লে জোঁৱায়ে অপদস্থ নকৰিব জানো?

দেউতাকে বহুত সময় জলকা লাগি থাকি গভীৰ স্বৰে ক'লে — তই বাৰু চাহ এটোপা খাই ওলাচোন। মাৰে-ময়ে গৈ ঘৰৰ আগত নমাই দি আহিম।

তেৰ বছৰৰ পিছত মাকৰ হাতৰ চাহটোপা তাই পৰম তৃপ্তিৰে খালে।

তাৰ পিছত অশ্ৰুসিক্ত নয়নেৰে দেউতাকে গাড়ীখন উলিওৱা চালে।

মাকে গেটখন খুলি দিবলৈ আগবাঢ়ি গ'ল।

এখোজ-দুখোজকৈ গাড়ীত উঠিবলৈ আগবঢ়া অনিন্দিতাই দেখিলে — মাৰুতী জেনখন তন্ময়ে সিহঁতৰ পদুলিত আনি ৰখাইছেহি। তন্ময় নামি আহি ইফালে-সিফালে চালে।

ইতিমধ্যে দেউতাকে গাড়ীখন উলিয়াই গেটৰ মুখত ৰখালেহি। গেটখন খুলি দি অনিন্দিতাৰ দেউতাক আগবাঢ়ি গ'ল আৰু গভীৰ প্ৰশান্তিৰে জোঁৱায়েকলৈ চাই ক'লে — 'আহা, সোমাই আহা।' ○

# নীলকণ্ঠী মই

অন্তি আমাৰ ঘৰত আহি থাকিলেহি মই কিতাপৰ আলমাৰিটো চোঁচোৰাই খোলা শব্দটো শুনিলো সি য'তে থাকে ত'ৰে পৰাই দৌৰি আহে। তাৰ উজ্জ্বল তিৰ্‌বিৰাই থকা চকুযুৰি ডাঙৰকৈ মেলি মোক কয়, 'আইতা, তোমাৰ ইমান কিতাপ?'

ঃ হয়, মোৰ বহুত কিতাপ আছে। মই মৰিলে মোৰ কিতাপবোৰ গাড়ী এখনত তুলি ঘৰলৈ লৈ যাবানে?

তিনি বছৰীয়া অন্তিয়ে অপাৰ বিস্ময়েৰে মোলৈ চাই ক'লে, 'আইতা, তুমি কেতিয়া মৰিবা?'

ঃ মই অতি সোনকালে মৰিম। মই মৰিলে তুমি কি কৰিব লাগিব?

ঃ গাড়ী এখনত আমাৰ ঘৰলৈ কিতাপবোৰ লৈ যাব লাগিব। তুমি কিতাপবোৰ কাকো নিদিবাদেই।

ঃ নিদিওঁ। মই কাকো কিতাপবোৰ দি নিদিওঁ। কিতাপবোৰ তোমালোককহে দিম।

ঃ এতিয়া তুমি তোমাৰ বক্সটোত ভৰাই থোৱা পেন এটা আৰু পেঞ্চিল এডাল মোক দি দিবানে?

ঃ তুমি বৰ টেঙৰ ল'বাদেই। মোৰ ওচৰলৈ সঘনে অহাৰ উমান পালো। সৰু ল'ৰাই পেন নলয় নহয়। পেঞ্চিল এডাল দিম বাৰু। কিন্তু তুমি মোক ছবি আঁকি দেখুৱাবহি লাগিব।

মই ক'লা, বগা আঁচপৰা পেঞ্চিল এডাল উলিয়াই অন্তিক দি দিলো। সি অমৃতময় হাঁহিটো মাৰি মোৰ ওচৰৰ পৰা আঁতৰি গ'ল।

নির্বাক-নিথৰ হৈ মই বহা ঠাইতে বহি থাকিলো। খন্তেকতে মোৰ কোঠাটোত যেন সুবাসিত সুগন্ধি বিয়পি পৰিল। মোৰ বুকুবেদি তড়িৎবেগে বাগৰি গ'ল — শৈশৱ-কৈশোৰ-যৌৱন আৰু প্ৰৌঢ়ত্ব .........। তাৰ কণমানি আঙুলিকিটাৰ স্পৰ্শত সৰ্ব শৰীৰত জলপ্ৰপাত প্ৰবাহিত হ'ল। বুকুত উথলি উঠিল এটি এটিকৈ অলেখ ঢৌ। প্ৰথম মাতৃত্বৰ গৌৰৱৰ পৰা একমাত্ৰ পুত্ৰৰ সমাধিথলীলৈকে একো একোখন ছবিয়ে ৰূপালী, সোণালী পৰ্দা তিৰ্‌বিৰাই তিৰ্‌বিৰাই মোৰ দুচকুৰ অশ্ৰু বগৰাই পেলালে। মোৰ তাপিত বুকুখনত ফুটা কলিজাখনত কোনোবাই কেৰাচিন তেল অকণমান ঢালি জুইশলা কাঠী এটা মাৰি ভমককৈ জ্বলাই দিয়াৰ দৰে লাগিল। মই লেখিবলৈ লোৱা কাগজখন টেবুলখনৰ ওপৰত পৰি আছে। আক্‌বাক্ কৰি থকাৰ বাদে কণমান অনুভূতি এটিয়েও হৃদয়ত দোলা দিয়াহি নাই। এতিয়া কি লিখিম বাৰু? গল্প নে কবিতা? কবিতাৰ কি বিষয় হ'ব পাৰে? বিষয় যদি অস্তি হয়, তেতিয়া নিশ্চয় শৈশৱ হ'ব। পাৰিম জানো শৈশৱক পুনৰ হিয়াৰ মাজত আলোড়িত কৰিব? শৈশৱলৈ ঘূৰি যোৱা মানেই কলিজাৰ কঁপনি আৰম্ভ হোৱা। এতিয়া সুকোমল পুৱা। কৃষ্ণচূড়াৰ পাহিৰে সিঁচৰতি হৈ আছে মোৰ 'নিৰিবিলি'ৰ পদুলি। চাৰিওফালে ফাগুন আহিছে। ভৰুণ গছবোৰ বতাহে কঁপাই পেলাইছে। ভৰুণ গছবোৰলৈ চকু পৰিলেইচোন যৌৱন আহি পিছলি পৰেহি মন মন্দিৰত। বন বিহগৰ অবুজ কিচিৰ-মিচিৰ শব্দই মুখৰিত কৰি থকা ক্ষণত নাই নাই মই শৈশৱটোক ধৰি ৰাখিব নোৱাৰিম। কৈশোৰ। নাই নোৱাৰি। কৈশোৰ বুলি ক'লেই ফাটমেলি বসুমতী বিদীৰ্ণ হৈ মোৰ শোকাৰ্ত দেহ অতল গহ্বৰত নিমজ্জিত হ'ব। কৈশোৰবুলি ক'লেই মোৰ একমাত্ৰ ৰতনৰ কৈশোৰে বুকুত খামুচি ধৰি মোৰ বাস্তৱক অগ্নিপিণ্ডত পৰিণত কৰি দিব। নতুবা জ্বালামুখীৰ দৰে উদ্‌গীৰণ কৰি মাতৃ-হৃদয় চূৰ্ণ-বিচূৰ্ণ কৰি দিব।

নাই নোৱাৰি। কৈশোৰৰ লগত এই বৰ্তমানত সহবাস কৰিব নোৱাৰি।

আস্ ............. যৌৱন .......... পাৰিমনে? পাৰিবই লাগিব। নোৱাৰিলে কেনেকৈ হ'ব? যৌৱন বুলিলেই ফাগুন পুনৰ নাহিবনে? বিৰ্‌বিৰ্ মলয়া বতাহ। চৌপাশে সুবাসিত সুগন্ধি .......। ন যযৌ ন তস্থৌ অৱস্থা। বুকুত ধুমুহা। স্ৰোতস্বিনী

নদীৰ অহৰহ ঢৌ ...। অনবৰতে আগলৈ দুভৰি। পিছৰ বতাহে হেঁচুকি হিলাব নোৱাৰে। তেনেকুৱা কবিতা এটিকে লিখিব নোৱাৰিনে? পাৰি। কিয় নোৱাৰি? প্ৰেমৰ অমৃতময় ক্ষণৰ এটি শাশ্বত পংক্তি লিখিব পাৰি।

'ৰাৰিষা ৰাতি তোমাৰ কবিক মনত পৰেনে অৰুন্ধতী,

সেমেকা পোহৰে পোহৰাই দিয়া

তোমাৰ খোপাৰ আবেলি আবেলি গোন্ধ'। (নৱকান্ত বৰুৱা)

নতুবা অন্য এজনা কোনোবা কবিৰ ...........

'প্ৰেম বুলি ক'লে হিয়া-মন

ৰোমাঞ্চিত কৰাকে নুবুজায়

প্ৰেমে চৈতন্যৰূপে

হৃদয়ত মন্দিৰ সজা।' (নীঃ শঃ)

আস্ মোৰ হৃদয়ত মন্দিৰ সজোৱা প্ৰেম।

প্ৰেম বুলি ক'লেই প্ৰিয়তমৰ পৰা স্বামীলৈ ..........

পিতৃ-মাতৃৰ পৰা শহুৰ-শাহুলৈ .......... পুত্ৰ দুহিত্ৰীৰ পৰা জোঁৱাই-নাতি-পুতিলৈ। আস্ কিমান যে আকলুৱা প্ৰেম।

এই সকলো বাদ দি মই যৌৱনৰ শেষ প্ৰান্তৰত যি উপলব্ধি কৰিছোঁ বাৎসল্য প্ৰেমতকৈ মধুৰতম উপলব্ধি পৃথিৱীত অন্য কিবা আছেনে বাৰু? মোৰ মনলৈচোন নাহে। সৌভাগ্যৱতজনলৈ থাকিবও পাৰে। কিন্তু মোৰ বাবে নাই। এতিয়া মোৰ প্ৰেম ভালপোৱা এই সকলো চকুলোৰে মালাগাঁথি নিজৰ ডিঙিত অৰা — আৰু বাৎসল্য প্ৰেমত আকণ্ঠ পান কৰি নীলকণ্ঠ হ'বলৈ বিচাৰা মোৰ লেহুকা হৃদয়। হৃদয়ত সজাই থ'ম মই মনোৰম কবিতাৰ হৃদয়তন্ত্ৰী কঁপাই তোলা মনোৰম পংক্তি........।

কাণত পুনৰ অনুৰণিত হ'ল ....... 'আইতা, তুমি কেতিয়া মৰিবা?'

এৰা, মই মৰাৰ আগত বহুত দায়িত্ব বাঢ়িল। মই আজন্ম গোটাই ৰখা সকা পুথিভঁৰালটো মোৰ নাতিটোৰ হাতত অৰ্পণ কৰি যাব লাগিব। তাৰ বাবেই মোৰ

দায়িত্ব চিন্তালৈ পৰ্যবসিত হৈছে। সি গ্ৰহণ কৰিবলৈ বিচৰা পুথিভঁৰালটো কিমান বাৰু আকৰ্ষণীয় হ'ব লাগিব? পৃথিৱীৰ শ্ৰেষ্ঠ কিতাপবোৰ মোৰ দৰে নগণ্য মানুহ এজনীলৈ সম্ভৱ হ'বনে? সংগ্ৰহ কৰাই নহয় সংস্থাপনো কৰিব লাগিব। বিচৰা কিতাপখন হাত দিলেই পোৱাকৈ চিহ্নিত কৰিব লাগিব। আলমাৰি খুলিলেই পোৱা কিতাপৰ সুগন্ধই তাক আকৰ্ষণ কৰিব পাৰিব লাগিব। তাৰ যৌৱনাৱস্থাত মোৰ সৰু পুথিভঁৰালটোৰ অধিকাৰী সম্ভৱ হ'ব। সেই সময়ত তাৰ কাৰণে আকৰ্ষিত গ্ৰন্থ সম্ভাৰো মই সযতনে ৰাখিব লাগিব। কিতাপৰ বিভাগবোৰ এনেদৰে কৰিলে কেনেকুৱা হ'ব বাৰু? শৈশৱ, কৈশোৰ, যৌৱন, বাৰ্ধক্য আৰু ধৰ্ম সম্বন্ধীয়। তেতিয়া কোনোধৰণৰ গ্ৰন্থপ্ৰেমীৰ অসুবিধা নহ'ব।

এইদৰেই পুথি সংগ্ৰহ কৰা, সজোৱা, সকলো ক্ষণতে মানসিক আনন্দ আৰু শান্তি প্ৰদান কৰিব পাৰিলে নিশ্চয় এই কৰ্মত ব্ৰতী মানুহগৰাকীৰ প্ৰতি মানুহৰ মনত থাকিব। বছৰেকত এবাৰ হ'লেও মানুহগৰাকীলৈ মনত পৰিব। পাৰিম জানো মই ইমান মহৎ কাৰ্য সম্পাদনা কৰিব?

কিতাপ যাৰ বিশ্বস্ত বন্ধু সেইজন নিসংগ নহয়। সেই আপ্তবাক্য শাৰীয়েই মোৰ বাবে হৈ পৰিছে অমোঘ শক্তি। মোৰ বৰ্তমানৰ সাধনা হৈছে এই নিঃসীম শূন্যতাক মনৰ মাজৰ পৰা নিঃশেষ কৰা। সেয়ে মোৰ দুখৰ দিনত বাছি লৈছো প্ৰিয়তম সংগী কিতাপক। এই বিশাল বিশ্বৰ ক্ষয়ংকৰী পৰিবৰ্তনৰ সময়ত বিশ্বৰ বুকুত এটি ধূলিকণা হৈ জন্ম লোৱা মোৰ মানৱী সত্তাই একো এটি চিন ধৰাৰ বুকুত থৈ যাব নোৱাৰিলেও মহাপ্ৰস্থানিক পৰ্বত কেৱল দুখানুভূতিয়েহে হৃদয় আচ্ছন্ন কৰিব। তাতে এখন কণমানি হৃদয়ে মোৰ হাতত এটি মহৎ কৰ্মৰ সন্ধান বিচাৰিছে।

ঠিকেই। মই পাৰিবই লাগিব। আকৌ ক্ষণিক পৰলৈ আবেগে লুটিছে সৃষ্টিৰ যাতনা। দুটোপাল অশ্ৰুকণা নিগৰি আহিল। পুনৰ অতীত সুঁৱৰি চালো। এই সুদীৰ্ঘ পৰিক্ৰমাত পৃথিৱীত আটাইতকৈ ভাল পালো কাক? সংসাৰৰ মায়ামোহত বন্দী হৈ শান্তি পাব নোৱাৰা সুদীৰ্ঘ পৰিক্ৰমাত কিহে জীৱনৰ বিশাল পথাৰত ভৰি পেলাবলৈ প্ৰেৰণা দিলে। নিয়ৰৰ কণাৰ মাজত মুকুতাৰ সৌন্দৰ্য দেখি জীয়াই থাকিবলৈ সাহস যোগালে। দুখত কাতৰ হৈ জীৱন এক বিচ্ছেদৰ

যাত্ৰা বুলি হিয়া ঢাকুৰিয়াই কান্দি কান্দি কাতৰ হৈ থকাৰ ক্ষণত কোনে দিব পাৰিলে অমোঘ মন্ত্ৰ দান। চকুৰ আগত হৰিৎ বৰণে জিল্‌মিলাই থকাৰ ক্ষণত বিত্তাপেহে দান দিলে মোৰ চালিকাশক্তিক। হৃদয়ৰ মণিকোঠাত উজলি থকা বিত্তাপসমূহে বাৰে বাৰে হৃদয় তোলপাৰ লগালে।

দুখৰ সময়ত প্ৰথমে প্ৰতিজন মানুহেই মোৰ হাতত তুলি দিয়া কিতাপখন হ'ল 'গীতা'। তাৰ পিছত ৰামায়ণ, মহাভাৰত, ভাগৱত, কীৰ্তন দশম আদিলৈক সমগ্ৰ ধৰ্মমূলক গ্ৰন্থ।

ইয়াৰ পিছত আগৰে পৰা পঢ়া বেজবৰুৱাৰ সমগ্ৰ ৰচনাৱলীকে আদি কৰি বৰ্তমান কেইবাটাও দশ্ৰুকত পোৱা সমগ্ৰ অসমীয়া সাহিত্যৰ গ্ৰন্থাৱলীয়ে। যিবোৰ গ্ৰন্থ মই পঢ়িব জনা হোৱাৰে পৰা এতিয়ালৈকে পঢ়ি আহিছোঁ। নিজৰ খিৰিকীৰে চাইহে মই আনৰ খিৰিকীৰে জুমি চাবলৈ ভাল পাওঁ।

তাৰ পিছত — মই মোৰ সীমিত জ্ঞানেৰে আৰম্ভ কৰিলো — দুই এখনকৈ পঢ়িবলৈ এনেবোৰ গ্ৰন্থ। ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিকে আদি কৰি প্ৰেমচন্দৰ গোদানলৈকে — যি পাৰো মূল্যবান গ্ৰন্থ অধ্যয়ন আৰু সংগ্ৰহ কৰিবলৈ ধৰিলো।

তাৰ পিছত — টলষ্টয়, মোপাছাঁ, পাব্‌লো, নেৰুদা, নাজিম হিক্‌মট্, খলিল জিব্ৰানৰ, হেমিংৱেৰ ৰিচাৰ্ড বনুৱেল, পাৰ্ল এছ্ বাক, ৰালফ ফ'ৰ, ডষ্টয়েভস্কীৰ, কীটচ্, শ্যেলী, বাইৰণ, ৱৰ্ডছৱৰ্থ ইত্যাদি ইত্যাদি।

এইবোৰৰ মাজত সোমাই থাকিও মইচোন মানসিক যাতনাৰ পৰা অব্যাহতি পোৱা নাই। কি কৰো? ক'ত শান্তি বিচাৰি পাম? এছাটি মৃদু মলয়া বতাহে মোক চুই গ'ল। আস্ ইমান মনোৰমনে প্ৰকৃতিৰ দান। ক'লৈ লৈ গৈছে মোক। কোনে মোৰ চেতনাত শান্তিৰ প্ৰলেপ সানি চিৰসুন্দৰৰ কাষলৈ লৈ যাব পাৰিব?

উস্ ........... কিযে মন.........., মনৰ কি দুৰন্ত গতি........। খন্তেকলৈ আকৌ মই অভিৰ প্ৰশ্নৰ পৰা আঁতৰি আহিলো। অভিয়েও কাগজ এখন লৈ ছবি আঁকিবলৈ আৰম্ভ কৰি দিলে। কাষৰ কোঠালিটোৰ পৰা এটা-দুটাকৈ অভিৰ কণ্ঠস্বৰ ভাহি আহিছে। পুনৰ মোৰ মনৰ পৰ্দাত পুত্ৰৰ শৈশৱে নাচিবলৈ ধৰিলে। মোৰ কাতৰ প্ৰাৰ্থনা ভগবানে অকণো শুনা নাই। কেনেকৈ পাহৰিব পাৰিম জাগতিক পৃথিৱীখনৰ দুখ-দুৰ্দশাবোৰ। লাহে লাহে মই দেহত অসীম শক্তি গোটাই ল'লো। মনটো

বিচলিত কৰিব নোৱাৰাকৈ বান্ধি পেলালো। পৃথিৱীত যিকেইটা দিন জীয়াই থাকিম পৃথিৱীৰ শান্তিৰ কাৰণে — মানুহৰ মংগলৰ কাৰণে কৰি যাম। যিমান দুখ নাহক লাগিলে শিৰ পাতি গ্ৰহণ কৰিম। ভগৱানে মোক দুখত পৰি বিনাই থাকিবলৈ পৃথিৱীলৈ পঠিওৱা নাই। 'কৰ্মনেৎৱ অধিকাৰস্তে মা ফলেষু কদাচন' — এই মহাবাণী শিৰত লৈ যি কৰ্মৰত হ'ব পাৰে সেইজনাক নিশ্চয় বিনাদ্বিধাই তেওঁৰ কাষলৈ লৈ যায়। এই পৰম সত্যকে গ্ৰহণ নকৰিলে মাতৃ হৃদয়ৰ তাপ কোনে কমাব পাৰিব? আছেনে সেইজন ব্যক্তি যিজনে শোকাতুৰা মাতৃৰ হৃদয় শাঁত পেলাব পাৰে? নাই নোৱাৰে। কোনেও নোৱাৰে। গতিকে জীৱনৰ সময় অতি কমেই যেতিয়া অবাবত দুখ-কষ্ট-চিন্তাই মন ভাৰাক্ৰান্ত কৰাতকৈ মন দৃঢ় কৰি কৰ্মত মনোনিবেশ কৰা শ্ৰেয়।

এইবাৰ অভিয়ে কাগজ আৰু পেঞ্চিল হাতত লৈ দৌৰি আহি ওচৰত হাজিৰ হ'লহি।

তেতিয়া মোৰ দুচকু মাদাৰ টেৰেছাৰ ছবিখনত নিবন্ধ।

ঃ এইখন কাৰ ছবি আইতা?

ঃ মাদাৰ টেৰেছাৰ।

ঃ কোননো?

ঃ এগৰাকী বৰ ডাঙৰ মানুহ। তুমি ডাঙৰ হ'লে তেওঁৰ বিষয়ে মই বাৰু বুজাই দিম।

তাৰ পিছত অভিৰ হাতৰ পৰা বগা কাগজখন লৈ দেখিলো, ছবিৰ দৰে সি আঁকা আকৰাক্ কিছুমান।

সেইখিনিকে বৰ মনোযোগেৰে চাই — বৰ ধুনীয়া হৈছে — বৰ ধুনীয়া হৈছে — তুমি ইমান ধুনীয়াকৈ ছবি আঁকিব পাৰা মই ভবাই নাছিলো বুলি তাক শলাগিবলৈ ধৰিলো। মই বহাৰ পৰা উঠি তাক কোলাত তুলি ল'লো। কপালত চুমা এটা খালো। তাৰ জিৰ্‌বিৰাই থকা চকু দুটাই মোলৈ তন্ময় হৈ চালে।

খন্তেকতে কোঠালিটো পোহৰেলে যেন উদ্ভাসিত হ'ল। চাৰিওফালে মই পোহৰ দেখিবলৈ পালো। অতি উজ্জ্বল পোহৰ এছাটিয়ে মোৰ মনৰ তমসা আঁতৰাই লৈ গ'ল। সেই তমসাৰ আকণ্ঠ পান কৰি মই যেন নীলকণ্ঠী হৈ গ'লো। সঁচাই মই নীলকণ্ঠী হ'লো। ○

# আত্মোৎসৰ্গ

ঃ কোৱা।

ঃ কি কম?

ঃ তোমাৰ কথা। তোমাৰ সংগ্ৰামী জীৱনৰ কথা। তুমি জীৱনৰ সুদীৰ্ঘ কাল কেনেকৈ অতিবাহিত কৰিলা মই পিছলৈ গম পোৱা নাছিলো। বিয়াৰ পিছত মই ভাৰতৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিবলগীয়া হৈছিল। সেইবাবে তুমিও বহুত বছৰ চিনাকিবিহীন হ'লা। কিন্তু বহুত বছৰৰ পিছত হ'লেও মই তোমাৰ ঠিকনা উলিয়াবলৈ সক্ষম হ'লো। সেয়ে তোমাৰ ওচৰলৈ ঢপলিয়াই আহিছোঁ। ভাবিছোঁ, তুমি আমনি পালেও তোমাৰ লগত মই কেইবাদিনো অতিবাহিত কৰিম। সেয়ে তুমি পিছৰখিনি কৈ যোৱা।

ঃ পিছৰখিনি শুনিবলৈ তুমি তেন্তে আজৰি হৈ আহিছা? যেতিয়াই মই অটলান্ত দুখত নিমজ্জিত হওঁ তেতিয়াই তোমাৰ এটা কথালৈ মোৰ খুউব মনত পৰে। তুমি হয়তো এতিয়া পাহৰিছা। তুমি এদিন মোৰ নিঃসংগ জীৱনটো দেখি কৈছিলা — কিতাপ যাৰ বিশ্বস্ত বন্ধু সেইজন কেতিয়াও নিঃসংগ হ'ব নোৱাৰে। হাজাৰ ধুমুহা আহক, মূৰৰ ওপৰেদি প্ৰচণ্ড বা-মাৰলিয়ে পকাই থাকক, বিবেকক ক্ষত-বিক্ষত কৰক, তথাপি সেইজন অচল-অটল হৈ থাকিব পাৰিব। কলমৰ লগত সহযোগ কৰিব পৰা হ'লেতো কথাই নাই। সময় কেনেকৈ পাখি লগা কাড়ঁৰ দৰে বাগৰিব তাৰ মহিমাই নাপাবা। তুমি বিশ্বাস কৰা তোমাৰ কথাই মোৰ নিঃসংগ জীৱন পথত বহুত প্ৰেৰণা দিলে। কিতাপৰ লগত মই বন্ধুত্ব স্থাপন কৰিলো। কিন্তু তোমাৰ দৰে হ'লে মই কলমৰ লগত বন্ধুত্ব স্থাপন কৰিব নোৱাৰিলো। অনবৰতে অনুভূতিয়ে হৃদয়ত দোলা দি থাকিলেও মই হাতত কলম তুলি লৈ তাক কাগজত লিখি যাব নোৱাৰো। সেই শক্তি নিশ্চয় ঈশ্বৰ প্ৰদত্ত। সেয়ে তোমাৰ সংগ্ৰামী জীৱনটোলৈ মোৰ বৰকৈ মনত পৰে। তুমি যেতিয়া

স্বামীৰ গৃহলৈ আহিছিলা তেতিয়া তোমাৰ হাত শূন্য আছিল। তাৰ কাৰণে তুমি অশেষ ত্যাগ কৰিবলগীয়া হৈছিল। তোমাৰ উপলব্ধিয়ে মোক জীৱনৰ সংগ্ৰামলগ্নত বহুতখিনি সাহস দিয়ে। অ' ৰ'বা, অত সময়ে মই নিজৰ কথাবোৰহে গাই-বাই আছো। তোমাৰ কথা একো সোধাই নাই। কোৱাচোন, এই অখ্যাত গাওঁখনলৈয়ে আহিছা, অহাৰ উদ্দেশ্য?

ঃ মোৰ উদ্দেশ্য লিখাৰ সমল বিচৰা।

ঃ তুমি মোক এই পৰিবেশত লগ পাই কেনেকুৱা লাগিছে?

ঃ বৰ আনন্দ লাগিছে। মই অতীতলৈ ভুমুকি মাৰিছো। আমি জানো এটা মনোৰম অতীত এৰি অহা নাই?

ঃ ঠিকেই।

ঃ এতিয়া কোৱাচোন, তোমাৰ ব্যস্ততাৰ কথা।

ঃ কি কম আৰু। প্ৰথমে মধুমতীলৈ আহোতে দেখিছিলো, শিক্ষাৰ দিশত একেবাৰে পিছপৰা। সেয়ে প্ৰথমে আৰম্ভ কৰিলো প্ৰি প্ৰাইমেৰী স্কুল। তাৰ পিছত প্ৰাথমিক বিদ্যালয়, হাইস্কুল আৰু বৰ্তমান এখন পূৰ্ণপৰ্যায়ৰ কলেজ।

ঃ তোমাৰ যে উদ্দেশ্য কিমান মহৎ তাৰ উমান মই পালো।

ঃ জানো, তুমি কি বুলি ভাবা।

ঃ তুমি অৱসৰৰ পিছত কিয় এনে সিদ্ধান্তত মনোনিৱেশ কৰিলা?

ঃ মই ভাবিছিলোৱেই তুমি সেই প্ৰশ্ন সুধিবা বুলি। কিন্তু বৰ্তমান সেইবোৰ দোহাৰিবলৈ মোৰ সমূলি মানসিক প্ৰস্তুতি নাই। গতিকে বাদ দিয়া।

ঃ বাদ নিদিবা চন্দ্ৰনা, কোৱা মই বৰ আগ্ৰহান্বিত।

ঃ এৰা, তুমি মোক বিচাৰি এনেকুৱা আচহুৱা ঠাইত ওলাইছাহি যদি মইও তোমাৰ উদ্দেশ্য সাধনত সহায় কৰিবই লাগিব।

ঃ ঠিকেই অনুমান কৰিছা। তেন্তে কোৱা আকৌ।

ঃ তুমি মোক জীৱনৰ মাজ মজিয়াতহে লগ পাইছিলা। গতিকে মোৰ সম্পূৰ্ণ জীৱন বৃত্তান্ত তুমি নাজানা। মোৰ জীৱনৰ সেইখিলা পাত এতিয়া মচি

পেলোৱা হ'ল। পুনৰ দোহাৰিলে যদি আমনি পোৱা।

ঃ আমনি পোৱা হ'লে মই তোমাক ক'বলৈ কৈ নাথাকিলোহেঁতেন নহয়। আচল কথাবোৰ কোৱা।

ঃ শুনা তেন্তে। মোৰ বাৰ বছৰ বয়সত তিনিটা সন্তান এৰি মাৰ মৃত্যু হ'ল। সৰু ভাইটোৰ তেতিয়া বয়স ছমাহ। তিনিটাৰে ভিতৰত ময়ে ডাঙৰ যেতিয়া সিহঁতৰ সকলো দায়িত্ব মোৰ ওপৰত পৰিল। মাৰ মৃত্যুৰ পিছত ছমহীয়া ভাইটোক লৈ মোৰ যি অৱস্থা হৈছিল তাক তুমি উপলব্ধি কৰিব নোৱাৰিবা। ঘৰখনত খোৱা মানুহ কেইবাজনো যদিও কৰা মানুহ অকল মইহে। তেতিয়া মই ষষ্ঠ শ্ৰেণীৰ ছাত্ৰী। মই সদায় দোকমোকালিতে বিছনা এৰিব লাগে। বিছনা এৰাৰ পিছত পুনৰ ৰাতি বিছনাত পৰালৈকে মোৰ ৰ'বলৈ সময় নাথাকে। কেঁচুৱা ভাইটোক কোলাত লৈ লৈয়ে মই ৰন্ধা-বঢ়াও কৰিব লাগে। মাক নেদেখা হোৱাত সি মোক সমূলি নেৰা হ'ল। শ্ৰেণীত মই প্ৰথম হৈছিলো যদিও সেই সময়ত নিজে নিজে মই স্কুল বাদ দিবলৈ বাধ্য হ'লো। দেউতাৰো মনোভাব মই স্কুল এৰি দিব লাগে। ওচৰ-চুবুৰীয়াইও মোক সেইটোকে উপদেশ দিয়ে। মইনো কাৰ হাতত কেঁচুৱা থৈ স্কুললৈ যাম? গতিকে সিমানতে পঢ়া সামৰিবলৈ বাধ্য হ'লো। কিন্তু সৰু হ'লেও মই মোৰ ভৱিষ্যতৰ কথা উপলব্ধি কৰিব পাৰিছিলো। সেয়ে সময় পালেই বা ভাইটো টোপনি-যোৱা সময়কণতে মই কিতাপ পত্ৰ উলিয়াই লৈ পঢ়া-শুনা কৰি থাকো। মনতে ইচ্ছা আছিল প্ৰাইভেটকৈ হ'লেও মেট্ৰিকটো দিম। দেউতা কামলৈ ওলাই যোৱাৰ পিছত ডাঙৰ ভাই আৰু ভনীজনীক উলিয়াই পঠিয়াই মই কণমানি ভাইটোক লৈ অকলে ঘৰত থাকো। অনবৰতে মৃত মাকৈ মনত পৰি থাকে। নিৰিবিলিকৈ সময় পালেই মোক শোকে খুন্দা মাৰি ধৰে। মোৰ লগৰীয়াবোৰে সোণালী শৈশৱকালটো হাঁহি-খেমালিৰ মাজেৰে অতিক্ৰম কৰা দেখিলে মোৰ বুকুখনে হাহাকাৰ কৰি উঠে। মনে মনে মই মাক প্ৰশ্ন সোধো, কোনোবা জনমত মই তোমাৰ ধাৰ খাইছিলো হ'বলা, নহ'লেনো এনেকুৱা এখন সংসাৰৰ দায়িত্ব মোৰ মূৰৰ ওপৰত দি তুমি আঁতৰি যোৱানে?

এনেকৈয়ে দুখৰ দিন বাগৰিল। দুয়োটা গৈ হাইস্কুল পালেগৈ। সৰু

ভাইটোকো স্কুললৈ পঠিয়ালো। দেউতাইও পেঞ্চন লৈ ঘৰতে থাকিবলৈ ল'লে। কিন্তু মোৰহে সুখ নহ'ল। দেউতাকো অচিন ৰোগ এটাই লগ লোৱাত ময়ে প্ৰতিপাল কৰিবলগীয়া হ'ল। মই পূৰ্ণযৌৱনা হ'লো যদিও মোৰ আশা-আকাংক্ষা কামনা-বাসনাখিনি নিৰ্ভৰ কৰিলে বাকী তিনিওটা সন্তানৰ সুখ-দুখৰ ওপৰত। সেই সময়ত মোৰ ৰূপ যৌৱনত মতলীয়া হোৱা এচাম যুৱকে কিমানযে অশান্তি দিছিল তোমাক কি ক'ম। কিন্তু আমাৰ গাঁৱৰ ওচৰৰ ইখন গাঁৱৰ ইদ্ৰিছৰ কথা সুধিছা, তাৰ কথা বেলেগ আছিল। তোমাক বাৰু ইদ্ৰিছৰ কথা পিছত ক'ম দেই। তিনিওটা ভাই-ভনী আৰু দেউতাৰ সুখৰ কাৰণে মই মহা ত্যাগী হৈ পৰিলো। মোৰ পিছৰ ভাই বিভূতি যেতিয়া নৱম শ্ৰেণীলৈ উত্তীৰ্ণ হ'ল তেতিয়া মইও মেট্ৰিক দিয়াৰ কথা চিন্তা কৰি ঘৰতে পঢ়া আৰম্ভ কৰি দিলো। ডাঙৰ ভাইটোৰ বহীৰ পৰাই প্ৰশ্ন লিখি তাৰে সৈতে একেলগে আলোচনা কৰি পঢ়িয়েই মই পৰীক্ষা ঘৰত বহিবলৈ সক্ষম হ'লো। শুনি হয়তো সুখী হ'বা দ্বিতীয় বিভাগহে পালো যদিও সংস্কৃত বিষয়ত সেই কেন্দ্ৰটোৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ লাভ কৰিলো। কলেজত পঢ়াৰ কথা মই তেতিয়া ভাবিব নোৱাৰিলো, কিয়নো ভাইটো কলেজলৈ যাব। নিজৰ কথা বাদ দি সিহঁতক উপযুক্ত কৰাৰ কাৰণে মই উঠি পৰি লাগিলো। মায়ে এৰি যোৱা সংসাৰখন মই চম্ভালিলো। তেনেতে ঘটিল সেই মৰ্মান্তিক ঘটনাটো। এদিন অসুস্থ হৈয়ে দেউতা ঢুকাই থাকিল। বিশ্বাস কৰা দীপশিখা, মই তেতিয়া ভবি পেলাবলৈকে ঠাই অকণ বিচাৰি নোপোৱা হৈছিলো। তথাপি গঞা ৰাইজৰ সহযোগত শ্ৰাদ্ধবিধিৰ কাম সম্পাদনা কৰা হ'ল। তাৰ পিছত আকৌ আৰম্ভ হ'ল মোৰ জীৱনৰ বেলেগ অভিশপ্ত অধ্যায়। তেতিয়া মোৰ ভৱিষ্যতৰ কথা ভাবিবলৈ কাৰো সময় বা মানসিকতা নাছিল। মোৰ জীৱনটো দেখি বহুতে বিয়াৰ প্ৰস্তাৱো আগবঢ়াইছিল। কিন্তু মোৰ বিয়া হোৱা মানে বাকী তিনিওটাৰ পঢ়া-শুনাত ক্ষতি হোৱা। সিহঁতৰ সুখৰ কাৰণে মই তেতিয়া সকলো দুখ সহ্য কৰিবলৈ সক্ষম হ'লো। দেউতাৰ মৃত্যুৰ পিছত আমাক অভাৱ-অনাটনে জুৰুলা কৰিলে। তেনে সময়তে এদিন সেই ইদ্ৰিছ নামৰ ল'ৰাটো আহি মোক মহৎ উপকাৰ এটা কৰি দিলেহি। আমাৰ গাঁৱৰ মূৰত স্কুল এখন প্ৰতিষ্ঠা কৰি তাতে মোক শিক্ষয়িত্ৰী নিযুক্তি দিলে। অতি কম দিনৰ ভিতৰতে স্কুলখন হৈ উঠাত

মই তাৰ প্ৰধান শিক্ষয়িত্ৰী হ'লো। ইফালে ভনীজনীও কলেজ পালেগৈ। মই অশেষ কষ্ট কৰি ঘটনা টকাকেইটা মহৎ কামত লগাত মই আত্মতৃপ্তি লাভ কৰিলো। সিহঁতলৈ খৰছ পঠাওঁতে মই সদায় এটা কথা ভাবো যে দুটা কলহতহে মই টকা সাঁচিছো।

ঃ তাৰ পিছত?

ঃ তাৰ পিছত শুনা, সিহঁতক মানুহ কৰিব পাৰিলেহে মই মহৎ ত্যাগৰ স্বীকৃতি পাম। উপযুক্ত কৰিহে ভনীজনী উলিয়াই দিলো। ডাঙৰ ভাইটোৱে চাকৰি পোৱাৰ পিছতহে সৰু ভাইটো কলেজ পালেগৈ। মাজত ঘটা বহুত ঘটনা এৰি এতিয়া তোমাক কওঁ যে দুয়োটা ভাইলৈকে বোৱাৰী আনিলো। বোৱাৰী সুমুৱাবৰ দিনাই সকলোৱে আগত মই বুজাই দিছিলো মোৰ চাকৰি আছে যেতিয়া তোমালোকে খোৱা-পিন্ধাত চকু দিব নালাগে। মোৰ নিজৰ চিন্তা নিজেই কৰিম। কিন্তু মাতষাৰৰ পৰা যেন বঞ্চিত নকৰা। তোমালোকৰ পৰা তাতকৈ মই একোকে নিবিচাৰো। য'তেই নাথাকা প্ৰতি বহাগৰ বিহুতে এপাক ঘৰলৈ আহিবা। তাৰপিছত প্ৰাইভেটকৈ পঢ়ি মই সুখ্যাতিৰেই বি-এ পাছ কৰিলো। বি-এ পাছ কৰা তিনি বছৰৰ পিছত এম এ সুখ্যাতিৰেই পাছ কৰিলো. কিন্তু বয়স পাৰ হোৱাৰ কাৰণে মই প্ৰাথমিক বিদ্যালয়ৰ শিক্ষয়িত্ৰী হৈ অৱসৰ ল'লো। স্কুলখনৰ সৰ্বাঙ্গীণ উন্নতি কৰাত মোলৈ চৰকাৰে ৰাষ্ট্ৰীয় পুৰস্কাৰ আগবঢ়ালে।

অৱসৰৰ পিছত মই সমাজৰ অলেখ কামত আত্মনিয়োগ কৰিলো। তেতিয়া তোমালৈ মোৰ খুউব মনত পৰিছিল। তুমি মোক এটা কথা বহুতবাৰ কৈছিলা, বয়স হ'লেও বিয়া হোৱাৰ কথা। মই ইহঁতকিটাৰ দুখ হয় বুলিয়েই সেই চিন্তা মনলৈ নানিলো।

ইমানখিনি কথা কৈ চন্দ্ৰনাই গভীৰ হুমুনিয়াহ কাঢ়ি ৰৈ গ'ল।

ঃ পিছৰখিনি কৈ যোৱা চন্দ্ৰনা।

ঃ পিছৰখিনিও তেন্তে শুনিবা দীপশিখা?

ঃ শুনিম আকৌ —

ঃ তুমি নিশ্চয় এই মধুমতীত মই থকাৰ কাৰণে কিবা এটা নহয় কিবা

এটা উপলব্ধি কৰিব পাৰিছা। এনেকুৱা সময়ো আহিল মোৰ জীৱনলৈ, যেতিয়া দুয়োজনী ভাই-বোৱাৰীৰ লগতে দুয়োটা ভায়ে মোক ওলোটাকৈ বুজিলে। যিখন ঘৰত প্ৰতি মুহূৰ্ততে মই মহিয়সী মাতৃৰ আসন লাভ কৰিছিলো সেইখন ঘৰৰ পৰা এদিন বিনা প্ৰতিবাদে মই টালি-টোপোলা বান্ধি ওলাই আহিলো। আশ্ৰম সদৃশ এই মধুমতী আমাৰ নিজা সৃষ্টি। আমাৰ বিবেকৰ লগতে কপালৰ ঘামেৰে উজ্জীৱিত কৰি তুলিছো। এই প্ৰাণসম মধুমতীক আৰু এতিয়া মোৰ সুখ-দুখৰ পৰম হোতা হ'ল তাহানি মোক স্কুল পাতি প্ৰধান শিক্ষয়িত্ৰী কৰোৱাই তিনিটাকৈ ভাই-ভনীক উপযুক্ত শিক্ষা-দীক্ষা দি থিয় কৰাবলৈ সুযোগ দিয়া ইদ্ৰিছ।

ঃ মধুমতীত ইদ্ৰিছৰ ঘৰ নাছিল নহয় চন্দ্ৰনা।

ঃ ঠিকেই নাছিল। কিন্তু মই ইয়ালৈ অহাৰ বহুত বছৰ আগতে তেওঁ মধুমতীলৈ আহি বহুত পুৰা মাটি লৈ ফাৰ্ম খুলি খেতি-বাতি আৰম্ভ কৰি দিলে। তুমি দেখিলে অভিভূত হ'বা, বছৰৰ বিভিন্ন শাক-পাচলিৰ পৰা আৰম্ভ কৰি গৰু, গাহৰি, হাঁহ, মাছ আদি ব্যৱসায় কৰি কিমান টকা উপাৰ্জন কৰে। বছৰেকীয়া আয় বাদ দি মাহিলী আয় কেতিয়াবা ২০-২৫ হাজাৰলৈকে হয়। অসমৰ কিজানি আটাইতকৈ পিছপৰা অঞ্চল আছিল এইটো। বহুত কিলোমিটাৰ ঃ আঁতৰলৈকে প্ৰাথমিক শিক্ষা ল'বলৈকো ল'ৰা-ছোৱালীৰ সুবিধা নাছিল। ইয়ালৈ অহাৰ সুবিধা মই ইদ্ৰিছৰ পৰাই লাভ কৰিলো। মোৰ জীৱনৰ বিপৰ্যয়ৰ কথা তেওঁহয়তো কাৰোবাৰ মুখত গম পালে। সেই দুখৰ সংবাদে ইদ্ৰিছক কষ্ট দিলে। সেয়ে প্ৰথমে মধুমতীত প্ৰি প্ৰাইমেৰী স্কুল এখন প্ৰতিষ্ঠা কৰি মোক চলাবলৈ নিমন্ত্ৰণ জনালে। সেই সুযোগ মই পৰম আগ্ৰহেৰে গ্ৰহণ কৰিলো। প্ৰি-প্ৰাইমেৰীৰ পৰা আৰম্ভ কৰি এম. ই., হাইস্কুল তাৰপিছত কলেজ প্ৰতিষ্ঠা কৰি পুৰাদমে চলাই আছো। তুমি নিশ্চয় ক'ৰবাত মোৰ কথা শুনিহে লিখাৰ সমল বিচাৰি আহিছা নহয়?

ঃ এৰা, তুমি ঠিকেই অনুমান কৰিছা, বেয়া নোপোৱা যদি কোৱাচোন, তোমাৰ ভাই-বোৱাৰীহঁতৰ কথা।

ঃ মই একো খবৰ ৰখা নাই দীপশিখা। কিন্তু মোৰ কথা সকলোতে প্ৰচাৰ

হোৱাত এতিয়া ভাইহঁত আহিবলৈ লৈছে। কিয় আহিছে তাকো মই বুজি পাইছোঁ। এদিন হঠাতে দুয়োজনী ভাই-বোৱাৰী আহি তেওঁলোকৰ দোষ স্বীকাৰ কৰি মোক ঘৰলৈ নিবলৈ অহাৰ কথাও কৈ চাইছিল। মোক মৃত্যুৰ পিছত ইমানখিনি সা-সম্পত্তিৰ অধিকাৰৰ স্বাৰ্থ তেওঁলোকৰ আগমনত জড়িত হৈ থকা নাইনে? কিন্তু তেওঁলোকৰ ধাৰণা ভুল প্ৰতিপন্ন হ'ল। কিয়নো মোৰ দুৰ্ঘোৰ বিপদ কালত যি জনগণেই মোক তেওঁলোকৰ মাজৰে এজন হৈ থাকিবলৈ সুযোগ দিলে সেইসকলৰ হিতাৰ্থে মই মোৰ সকলো সা-সম্পত্তি উৎসৰ্গা কৰি যাম। মই বৰ্তমান হাইস্কুল, কলেজ দুয়োটাৰে কমিটিত থাকি কাম চলাই আছো। স্থানীয় শিক্ষিত লোকৰ অভাৱৰ কাৰণে আমি দূৰৰ পৰা শিক্ষক-শিক্ষয়িত্ৰী নিযুক্তি দিওঁ। ইয়াত থকা-মেলাৰ সকলো সা-সুবিধা আছে। কাইলৈ ওলাবা। শিক্ষকসকলৰ কোৱাৰ্টাৰলৈ লৈ যাম। তেওঁলোকে সুন্দৰকৈ সমাজ পাতি বাস কৰিছে। ঘৰুৱা অসুবিধাত পৰি শিক্ষা দানত যাতে ত্ৰুটী নকৰে তাৰ বাবে আমি সকলো সা-সুবিধা দিছো। নামঘৰৰ পৰা মছজিদলৈকে পাতি ধৰ্ম চৰ্চ্চা কৰিবলৈও সুবিধা দিছো ত্ৰুটী কৰা নাই।

ঃ বাৰু চন্দ্ৰনা, মই সকলো বুজিলো তুমি এতিয়া ইদ্ৰিছৰ কথা কোৱাচোন।

ঃ কি শুনিবা, ইদ্ৰিছৰ কথা। তেৰোঁ মোৰ দৰেই নিঃসঙ্গ জীৱন অতিবাহিত কৰিলে। আমি দুয়োজনেই সংগঠনৰ কামত এনেদৰে জড়িত হৈ পৰিলো যে আমাৰ আজৰি বুলিবলৈ কোনো সময় হাতত নাথাকে। মোতকৈ ইদ্ৰিছ সংগঠনৰ কামত বেছি পটু। যেতিয়াই যি কৰিম বুলি ভাবে সেই কাম হৈ নুঠালৈকে ক্ষান্ত নাথাকে।

এতিয়া ইয়াৰ বাহিৰে আমাক ৰাজনীতিত নামিবলৈকো বৰকৈ লাগি আছে। মোৰ স্কুল, কলেজৰ পৰিচালনা কামত ক্ষতি হয় বুলি মন নাই। কিন্তু ইদ্ৰিছক মই ৰাজনীতিত এই কাৰণেই সোমাবলৈ কৈছো যে তেওঁৰ দৰে সৎনিষ্ঠাবান ব্যক্তি একোজন বৰ্তমান ৰাজনীতিতো আৱশ্যক হৈছে। কিয়নো পিছ পৰি থকা এই অঞ্চলবোৰৰ সৰ্বাঙ্গীণ উন্নতি সাধন কৰিবলৈ কিছুমান সা-সুবিধাৰ বৰ প্ৰয়োজন। কিছুমান মন্ত্ৰী-বিধায়কে নিজ স্বাৰ্থ ত্যাগ কৰি জনগণৰ বৃহত্তৰ স্বাৰ্থৰ অন্বেষণত

ঘূৰিবলৈ নিবিচাৰে। লাভৰ মূৰত দেশ বা জাতিৰ একো লাভ নহয়। মই বেয়া কৈছোনে দীপশিখা?

ঃ তোমাৰ কোনো কথা বা কাৰ্যই মই বেয়া শুনা নাই। বৰ্তমান তোমালোকৰ অন্য কিবা আঁচনি আছে নেকি?

ঃ এতিয়া আমাৰ আঁচনি হ'ল এখন আশ্ৰম খোলা। ইন্দ্ৰিছে সেইখন আশ্ৰম হেনো অলপ বেলেগ ধৰণেৰে পৰিচালনা কৰিব। তেওঁৰ ইয়াত উপাৰ্জিত সমুদায় ধন বৰ্তমান তাৰ কামত খৰছ কৰিব। শক্তিয়ে আটে মানে মইও তেওঁক সহায় কৰি দিম। বৰ্তমান আমি আমাৰ বিপদকালত দুয়োকে সহায়ৰ হাত আগবঢ়াওঁ। এনেদৰেই চলি আছো আৰু? গতিকে তুমি কেনেকৈ লিখাৰ সমল গ্ৰহণ কৰা কৰা। মোৰ একো কথাতে আপত্তি নাই। তোমাৰ লেখনিত আমি কেনেকৈ পৰম সত্যৰ অন্বেষণত জীৱন অতিবাহিত কৰিলো তাক যেন লিখিবলৈ নাপাহৰা আৰু এটা কথা তুমি লিখিব পাৰিবানে চিন্তা কৰি চাবাচোন। মই কেনেকৈ মাতৃ নোহোৱাকৈয়ে মাতৃত্বৰ আসনৰ অধিকাৰী হ'লো। কিন্তু তাৰ বাবে মই আক্ষেপ কৰি তোমাক এইবিলাক কৈছো বুলি ধৰি নল'বা। বৰ্তমান এই সকলো মই কৰ্মফল বুলি ধৰি লৈছো। মোৰ চৰম আত্মত্যাগৰ বিনিময়ত মই প্ৰতাৰিত হ'লো। এতিয়া মই এই বুলিয়েই চৰম শান্তি লাভ কৰিছোঁ, অন্ধকাৰত বুৰ গৈ থকা এখন সমাজত মই কণমান হ'লেও জ্ঞান বিলাবলৈ সক্ষম হ'লো। জনগণে মোৰ জীৱন দৰ্শন উপলব্ধি কৰা দেখি সন্তোষ পাইছোঁ। আত্মিক আনন্দ লাভ কৰিছোঁ। তোমাৰ লেখনি হওক মোৰ বৃদ্ধ কালৰ পৰম শান্তি লাভৰ বাণী সদৃশ।

ঃ আচৰিত।

ঃ আচৰিত হ'বলগীয়া বিশেষ একো নাই। এইয়া জীৱন। আজি এই পবিত্ৰ ক্ষণত মোৰ সত্যানুসন্ধানৰ বিষয়ে ব্যক্ত কৰাৰ পিছত মোৰ কোনো প্ৰকাৰৰ দুখানুভূতি হয়তো নাথাকিব। আজিলৈ বি-দা-য়। ○

# মন হিৰন্ময়

সুনীতাই আজিকালি প্ৰায়ে ভাবি থাকে — সি বায়েক দুজনীক এনেকুৱা কথাবোৰ ক'বলৈ লৈছে কিয়? 'তহঁতে কৰ্মঠ ল'ৰা একোটা চাই গুচি যা। জাতপাতৰ বিচাৰ নকৰিবি। কিছুমান অযুক্তিকৰ কথা আমি অবাবতে চিন্তা কৰি মৰিছো। কেতিয়াবা জীৱনত শান্তিৰে বহিবলৈ পালে আমি সেই কথাবোৰ বাৰু আলোচনা কৰিম।'

তাৰ পিছত দিবাকৰ ঘৰৰ পৰা ওলাই যায়। এটা নতুন পথৰ সন্ধানত তাৰ বিবেকক সি লৈ ফুৰাইছে। কিন্তু ক'তো খটুৱাব পৰা নাই।

তিনিটা ল'ৰা-ছোৱালী জন্ম দিয়েই দিবাকৰৰ দেউতাক দেৱকান্তই এদিন ইহলীলা সম্বৰণ কৰিলে। উপযুক্ত চিকিৎসা পোৱা হ'লে ডেকা মানুহজন কেতিয়াও নুঢুকায়। এপালি দৰৱ নোখোৱাকৈয়ে যে মানুহজন মৃত্যুৰ মুখত পৰিব লগা হ'ল, সেই আঘাত সৰু কালতেই দিবাকৰে পালে। এইদৰেই তাৰ অন্তৰত ক্ষোভৰ সূত্ৰপাত হ'ল।

বিধবা মাকে মাটি কেইডৰাতে খেতি কৰি তাৰ উপাৰ্জনেৰে তিনিওটাকে স্কুলত পঢ়ুৱালে। যথাসময়ত ছোৱালী দুজনীয়ে প্ৰবেশিকা পাছ কৰাত পুনৰ পঢ়ুৱাবলৈ সমৰ্থ নোহোৱাত ঘৰুৱা কাম-বনকে শিকইত বুলি মাকে কৈ দিবাকৰকে পঢ়ুৱাই-শুনাই মানুহ কৰাৰ কথা চিন্তা কৰিলে।

তিনিওজনীৰে অনেক শাৰীৰিক পৰিশ্ৰমত এদিন দিবাকৰ সন্মান সহ স্নাতক হৈ ওলাল। তাৰ পিছত তাৰ প্ৰকৃত জীৱন আৰম্ভ হ'ল। খেতিৰ ধানে বছৰেক খাবলৈ নোজোৰে। চাৰিটাকৈ ডেকা মানুহৰ দ্বিতীয় অৱলম্বন এটা নাই। তেনেস্থলত তাক এম. এ. পঢ়ুৱাবলৈ ডিব্ৰুগড় বা গুৱাহাটীলৈ মাকে কোনোমতেই পঠাব নোৱাৰে। মাহে মাহে ইমানখিনি টকা দিব ক'ৰপৰা? ইতিমধ্যে জীয়েক দুজনীৰো বয়স হৈ আহিল। বিয়া দিবলৈ মাকে কোনোমতে সাহ কৰিব পৰা নাই। ভায়েকক মানুহ কৰাৰ দায়িত্বতে সিহঁতে ইজুটিৰ পিছত সিজুটি তাঁত

লগাবলৈ ধৰিলে। তাঁত বৈ কাপোৰ বিক্ৰী কৰি যেনে-তেনে তাক কলেজত পঢ়ুৱাৰ খৰচটো উলিয়ায়। ভায়েকক মানুহ কৰাৰ সপোন দেখোতেই সিহঁতে নিজৰ বয়সৰ কথা পাহৰিলে।

মাকে এদিন দিবাকৰক ক'লে — 'তোৰ পঢ়াৰ ইচ্ছা থাকিলেও মই আৰু আগবাঢ়িব নোৱাৰিম। য'তে হয় যিকোনো চাকৰি এটাত সোমাই ল'। পিছত নিজৰ টকাৰে পঢ়া-শুনা কৰিব পাৰিবি। মই যেনে-তেনে বায়েৰ দুজনীক উলিয়াই দিব লাগে।'

দিবাকৰেও ইখনৰ পিছত সিখন দৰ্খাস্ত দিয়াত ব্যস্ত হৈ পৰিল।

নিজৰ বন্ধু-বান্ধৱৰ সহযোগত ইজন মানুহৰ পিছত সিজন মানুহৰ ওচৰলৈ অহা-যোৱা কৰিবলৈ ধৰিলে।

অফিচ, স্কুল, কাছাৰী, ফাৰ্ম, বাগান ইত্যাদি কৰি এনেকুৱা আৰু নাই য'লৈ সি চাকৰি বিচাৰি যোৱা নাই। আত্মসন্মান বোলা কথাটোৱেও মাজে-সময়ে তাক মনত বৰকৈ ক্ৰিয়া কৰে। চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী পদৰ কাৰণে যাবলৈ তাক আত্মসন্মানে নকয়। কিয়নো অতি কষ্ট কৰি সি গোটাই থৈছে তাৰ চাৰ্টিফিকেট কেইখন। ঘৰখন পোহপাল দিব নোৱাৰিলেও হাত খৰচ এটা ওলালেই হ'ব বুলি ভাবি সি টিউশ্যন কৰিবলৈকে বিচাৰিলে। গাঁৱত টিউশ্যনৰ পইচাও কম — অথচ গাঁৱৰ অভিভাৱকসকলে এটা কথা বুজি পাইছে যে নিবনুৱা ল'ৰা এজনক নিজৰ ল'ৰা-ছোৱালীক পঢ়াবলৈ দিয়াতকৈ স্কুলৰ শিক্ষকৰ ওচৰত দিয়াটো ভাল। গতিকে সি চলিব পৰাকৈ ঘৰুৱা টিউশ্যনো গোটাই ল'ব পৰা নাই। ক্ৰমান্বয়ে সি বিৰক্ত হোৱা বাদেই মাকজনীও বিৰক্ত হ'বলৈ ধৰিলে। প্ৰথমতে মাকে ক'ৰবাত চাকৰি বিচাৰি যাঁও বুলিলেই লগে লগে গৰম ভাত এমুঠি ৰান্ধি খুৱাইছিল। কিন্তু বছৰৰ পিছত বছৰ সি নিবনুৱা হৈ ঘূৰি-ফুৰি ক'তো সংস্থান এটা বিচাৰি নোপোৱাত, অহেতুক দুখ, ক্ষোভ, চিন্তাত মানুহজনী জৰ্জৰিত হ'ল। চকুৰ গৰম ভাতৰ সোৱাদ দিবাকৰে নোপোৱা হ'ল। যৌৱন হেৰাই যোৱা বায়েক দুজনীৰ চিন্তাই তাক জুৰুলা কৰাৰ লগতে মাকৰো চকুৰ টোপনি নোহোৱা কৰিলে। চিন্তাত সি ম্ৰিয়মান হ'ল। বিধবা মাকজনীৰ মনৰ আশাত এনেদৰে চেঁচাপানী ঢালিব লগা হ'ব বুলি সি সপোনতো ভবা নাছিল। আন কিছুমান ছোৱালীৰ

দৰে বায়েক দুজনী হোৱা হ'লে সি ভালহে পালেহেঁতেন। বিয়াৰ বয়সে দুয়োজনীকে অতিক্ৰম কৰিছেগৈ যদিও সিহঁতে মান-সন্মানৰ কথা ভাবিয়েই বিচলিত হোৱা নাই। বিধবা মাক আৰু উঠন জীয়েক দুজনীক দেখি এসময়ত দিবাকৰৰ ঘৰলৈ দুই-চাৰিটা ডেকাৰ পদাৰ্পণ হৈছিল যদিও সিহঁত বিচলিত নোহোৱাৰ প্ৰধান কাৰণ আছিল — ভায়েকক মানুহ কৰাৰ সপোন। সিহঁত দুজনীৰ অবিহনে মাকে ভায়েকক পঢ়ুৱাব নোৱাৰে বুলিয়েই সিহঁতে বিয়াৰ কথা গুলালেই পলায়নবাদী মনোভাব পোষণ কৰিছিল। সেয়ে কেতিয়াবা এনেকুৱা মন্তব্যও শুনিবলৈ পাইছিল যে 'সেই দুকুৰা জুইৰ কাষলৈ কোন চাপিব?'

কিন্তু বয়স হৈ অহাৰ পিছত সেই আমন্ত্ৰণ সিহঁত দুজনীয়ে নোপোৱা হ'ল। এটা কৰ্মঠ ল'ৰা পালেই ডাঙৰজনীকে সেন্দুৰ পিন্ধাই উলিয়াই দিয়া কথা কোৱাটো কোনো এজন আগবাঢ়ি নাহিল। এই দুখে মাকৰ লগতে দিবাকৰকো জুৰুলা কৰিলে।

চাকৰিৰ সংক্ৰান্তত ঘূৰোতে-ঘূৰোতে দিবাকৰ জুৰুলা হ'ল। প্ৰাথমিক স্কুলৰ পৰা আৰম্ভ কৰি হাইস্কুল পৰ্যায়ৰ চাকৰি পাবলৈ দহ-বিশ-ত্ৰিশ হেজাৰ টকা পৰ্যন্ত দৰ নিৰ্দ্ধাৰিত হ'ল। পাঁচহেজাৰ দিব পৰাটোৱে চাকৰি পাবনে ত্ৰিশ হেজাৰ দিব পৰাটোৱে পাব? কিছুমান উচ্চপদস্থ চাকৰিত লাখৰ ওপৰলৈকে দৰদাম! তদুপৰি লোকেল নামৰ এটা অতিপাত গধুৰ তত্ত্ব বাহিৰ হ'ল। নিজৰ ঘৰৰ পৰা চাৰিমাইল, পাঁচ মাইল আঁতৰতো 'লোকেল'ত নপৰা হ'ল। দিবাকৰ এই সকলো মেৰপাকত সোমাই পৰি স্থবিৰ হৈ ৰ'ব লগা হ'ল। ঘৰৰ ৰূপিত মাটি কেইডৰা বিক্ৰী কৰি দিলেও সি ইমানখিনি টকা নাপায়। অন্য অবলম্বন ঘৰখনত একেবাৰেই নাই। গতিকে সি পুৰুষ হিচাপে জীয়াই থাকিব পাৰিবনে নোৱাৰে সেই চিন্তাই তাক জুৰুলা কৰিলে। মাকেও আজিকালি প্ৰায়ে ক'বলৈ ধৰিলে — 'তোৰ সুখৰ কাৰণেই আমি তিনিওজনী মানুহেই সকলো সুখ জলাঞ্জলি দিলো। তই যদি যিকোনো এঠাইত মূৰটো সুমুৱাই ল'ব নোৱাৰ; মই ঘৰখন পোহপাল দিওঁ কেনেকৈ? এতিয়াও তোৰ সময় আছে, তই মানুহৰ দৰে থাকিবলৈ বিচাৰিলেই মই শান্তি পাম। দেউতাৰৰ ইচ্ছা আছিল তোক কলেজত পঢ়ুৱাব, 'মানুহ হিচাপে' গঢ়ি তুলিব। তই সমাজ গুৰনি হৈ আমাৰ আন্ধাৰ ঘৰখনৰ লগতে অঞ্চলটোও পোহৰাব লাগিব। গতিকে তই যিকোনো এঠাইত মূৰটো গুজি লৈ কিবা এটা কৰ। তই কি চাকৰি কৰিছ কোনেনো সুধিবলৈ যাব। তইটো অশিক্ষিত ল'ৰা নহয়।'

এই কথাবোৰ শুনি শুনি দিবাকৰৰ মূৰৰ ব্যতিক্ৰম ঘটিবলৈ ধৰিলে। ক'ত মূৰ সুমুৰায় সি? সি দৰ্খাস্তহে দিব পাৰে। ইন্টাৰভিউলৈ মাতিলে গৈ ইন্টাৰভিউত বহিবগৈ পাৰে। প্ৰতিবাৰেই ইন্টাৰভিউ ভাল হয় আৰু এইবাৰ ছিগিবগৈ বুলি ভাবি এৰাতি শান্তিৰে টোপনি যায়। তাৰপিছত সকলো ফুটুকাৰ ফেন। পিছত শুনিবলৈ পায় — কোনকিটা ল'ৰাই কেইহাজাৰ টকাৰ বিনিময়ত চাকৰি ল'লে। কাৰ কাৰ অনুগ্ৰহত, কাৰ ভীষণ ঘৃণনীয় স্বাৰ্থৰ বলত সিহঁতৰ সংস্থান হ'ল। নিজৰ বুকুত পুহি ৰখা আত্মসন্মানৰ কাৰণে সি কিছুমানে কৰাৰ দৰে কাম কৰিব নোৱাৰে।

সেয়ে সি তাৰ এচাম বন্ধুবৰ্গৰ আমন্ত্ৰণত এটা নতুন সিদ্ধান্তত উপনীত হ'ল। তাত মাক, বায়েক দুজনীৰ আশা-আকাংক্ষা সুখ-দুখ আৰু আবেগৰ প্ৰশ্ন নিহিত হৈ নাথাকে। সি সকলো পৰিত্যাগ কৰিবলৈ মন বান্ধি লৈছে। আকাশৰ দৰে বিশাল মন এটা লৈ জনসমুদ্ৰৰ মাজত সি সোমাই পৰিব। নিজকে সি এটা উজ্জ্বল নক্ষত্ৰৰ জ্ঞান কৰিব। নহ'লেনো দেউতাকে তাক উজ্জ্বল নক্ষত্ৰৰ নামেৰে নামকৰণ কৰিছিল কিয়?

সেই সিদ্ধান্তলৈ অহাৰ দিন ধৰি দিবাকৰৰ কিছু কথাত ব্যতিক্ৰমে দেখা দিলে। বায়েক দুজনীক একোজন কৰ্মঠ ল'ৰা চাই গুচি যাবলৈ কোৱাৰ লগতে মাকৰো দায়িত্ব সিহঁতকে গ্ৰহণ কৰিবলৈ ইঙ্গিত দিয়ে।

তাৰপিছত এদিন এক মৰ্মস্পৰ্শী কৰুণক্ষণত মাকৰ ওচৰত অকাতৰে এটা কথা প্ৰকাশ কৰি ক'লে — 'মা মই আজি বেলেগ কৰ্মভূমি এখনলৈ ওলালো। কোনো প্ৰশ্ন যাতে তুমি মোৰ ওচৰত উত্থাপন নকৰা। মই দেশখন ৰক্ষাৰ কথা বেলেগ ধৰণেৰে চিন্তা কৰিছোঁ। জীয়াই থকাৰ ইমান যান্ত্ৰণাত মই মোৰ পুৰুষত্ব ক্ষত-বিক্ষত কৰিবলৈ বিচৰা নাই। মই এজন পুৰুষ হ'বলৈ ওলাইছো। মই থকা কিটা দিন এজন পুৰুষৰ দৰে জীয়াই থাকি যুঁজি যাবলৈ ওলাইছোঁ। অথচ মই জানো এই যাত্ৰা আমাৰ কাৰোবাবে নিষ্কণ্টক নহয়। তোমালোকে মোক মানুহ কৰিবলৈ আজন্ম যত্ন কৰিছিলা। নাজানো, মই মানুহ হ'ব পাৰিমনে নোৱাৰিম। তথাপি মানুহৰ মঙ্গলৰ কাৰণেহে মোৰ জীৱন উছৰ্গা কৰিম। সেয়ে আজি মোৰ সেই অবিৰত যাত্ৰাৰ বাবে ওলালোঁ। তুমি বাধা নিদিলেই মই শান্তি পাম।'

সেই সময়খিনিত মাকে তাৰ টেবুলৰ ওপৰত অযত্নত পৰি থকা কলমটোলৈ অপলক দৃষ্টিৰে চাই কলমটো এবাৰ হাতত তুলি লৈ দিবাকৰলৈ

আগবঢ়াই দিলে। সি মাকৰ হাতৰ পৰা কলমটো লৈ বহুত সময় লিৰিকি বিদাৰি চাই থাকি মুখেৰে বিৰ্‌বিৰকৈ কিবাবোৰ বকিবলৈ ধৰিলে। বিবেকৰ দংশনত কাতৰ হৈ বছৰৰ পিছত বছৰ নিবনুৱা হৈ ঘূৰি-ফুৰোতে পোৱা অলেখ নির্যাতনে তাৰ চকুৰ আগত নাচিবলৈ ধৰিলে। সি নিজেও বুজি পাইছে সিহঁতৰ কল্পনাৰ ৰামৰাজ্য সহজে প্রতিষ্ঠা নহয়। দোধোৰ-মোধোৰ অৱস্থাত হাতৰ কলটো টেবুলখনৰ ওপৰত থ'ব খোজোতেই মাকে লাহেকৈ মাত লগালে, 'বোপাই তই সৰু থাকোতে দেউতাৰৰ মুখতে শুনিছিলোঁ, 'তৰোৱালতকৈ হেনো কলম চোকা'। তই আকৌ এবাৰ জীৱন যাত্রাত কলমেৰে আগবাঢ়িবলৈ যত্নপৰ হ'বিনে বাৰু?'

এইবাৰ দিবাকৰে তীক্ষ্ণ দৃষ্টিৰে মাকৰ মুখলৈ চাই ক'লে — 'মা, মিছা যুক্তিৰে মোক আৰু প্রলোভিত নকৰিবা। মই ওলালোঁ। হাঁহি মুখে মোক বিদায় দিয়া। এই পথ নিষ্কণ্টক নহ'লেও মোৰ উপায় নাই।'

তাৰ পিছত সাউৎকৰে কলমটো থৈ দিবাকৰ ঘৰৰ পৰা ওলাই গ'ল।

মাক আৰু বায়েক দুজনীয়ে এবাৰলৈও সি ঘূৰি চাব বুলি ভাবিছিল কিন্তু সি নাচালে।

সেইদিনা নিশা গোটেই ৰাতি উজাগৰে কটোৱাৰ পিছত মাকে কাহিলি কাহিলি পুৱাতে বিছনা এৰিলে। আউল-বাউল চুলিখিনি ঠিক কৰি লৈ ওখকৈ খোপা এটা বান্ধি এখোজ-দুখোজকৈ দিবাকৰৰ কোঠালিৰ পিনে আগবাঢ়ি গ'ল। ভৰিৰ তলৰ পৃথিৱী, বুকু, ওঁঠ সুনীতিৰ একোকে কঁপা নাই। অনুমান ঠিকেই। দিবাকৰ ঘূৰি আহিছে। টেবুলৰ ওপৰত দম দম কিতাপ। তাৰ বহুত দিনৰ আশা এইবাৰ হয়তো সি ৰূপ দিবলৈ বিচাৰিব। একো কৰিব নোৱাৰিলেও সি সাংবাদিকতা কৰিবতো পাৰিব। নতুবা এইটো পুৱাতে এজন শ্রেষ্ঠ লেখকৰ জন্ম হৈছে। মাকে আগবঢ়াই দিয়া কলমটোৰেই সি নতুন প্রমূল্যৰ ৰূপ দিবলৈ বিচাৰিছে। সেই কলটোৰেই হয়তো সি চৌদিশে খ্যাতি বুটলিবলৈ সক্ষম হ'ব।

বগা কাগজৰ ওপৰত একান্তমনে লিখি থকা দিবাকৰলৈ চকু দিয়াত মাকে দেখিলে — সঁচা, আগদিনা মাকে আগবঢ়াই দিয়া কলমটোৰেই সি নতুন জীৱনৰ পাতনি মেলিছে। পৰিতৃপ্তিৰ হাঁহি এটা মাৰি সুনীতি লাহেকৈ আঁতৰি আহিল। ○

# তেজস্বিনী

তাৰ পিছত নয়নী লাহেকৈ বাহিৰলৈ ওলাই আহিল। ফাগুন মাহৰ শেষ দিন। চৌদিশে তাই চকু ফুৰালে। চাৰিওফালে যেন কিবা এক অনাহুত ক্ষণ বিৰাজমান। ক্ৰমান্বয়ে তাইৰ হৃদয়খন কঠিন হৈ আহিল। সপোন ভাগি-ছিঙি চূৰ্ণ-বিচূৰ্ণ হৈ পৰা ক্ষণত ধৈৰ্যকে তাই শিৰোগত কৰি ল'লে।

নয়নী মাত্ৰ এদিনৰ কাৰণে স্বামীৰ গৃহলৈ আহিছিল। যৌৱনৰ মাদকতা ভৰা দিনৰ প্ৰতিলিপি বুকুত খোদিত কৰি। অবুজ সপোনৰ গুণ-গুণনিয়ে তাইৰ নাৰী সত্তা জোকাৰি পেলাইছিল। চাৰিওফালে জোনাক সিঁচৰতি হৈ আছিল।

শৈশৱ, কৈশোৰৰ সপোন শেষ হ'ল। কি পালে কি নাপালে সেয়া মাথোন স্মৃতি হৈ ৰ'ল। তাৰ বাবে আক্ষেপ নাই, কিন্তু যৌৱনৰ বুকুত লুকা-ভাকু খেলি খেলি সপোনক বাস্তৱত ৰূপায়িত কৰিবলৈ তাইৰ অদম্য প্ৰয়াস আছিল। সেই প্ৰয়াসৰ প্ৰাক-মুহূৰ্তত নতুন ঘৰলৈ আগমনৰ পবিত্ৰ ক্ষণত — নতুন পালেংখনত বহি অতি আকুলভাৱে তাই নৱদ্বীপক কৈছিল ঃ 'মই অতি কষ্টেৰে লাভ কৰা বহুত চাৰ্টিফিকেট আছে। কিন্তু সেইবোৰক মই কোনো ধৰণৰ কাৰ্যত খটুৱাব পৰা নাই। প্ৰতিটো বিভাগতে চাকৰিবোৰ বন্ধ কৰি নেপেলোৱাহেঁতেন আজি তোমালোকৰ ঘৰলৈ চাকৰি এটাও লৈ আহিব পাৰিলোহেঁতেন। কিন্তু সেই সুযোগ মোৰ মিলা নাই। আমাৰ বাৰু লাখৰ ঘৰত পা-পইচা নাই। লাখে লাখে হাতত লৈ থকাবোৰেও বিপাণ্ডত পৰিছে। গতিকে মোৰ দুখ তুমি নিশ্চয় উপলব্ধি কৰিব পাৰিবা। সংসাৰৰ, যাৱতীয় কামখিনিৰ উপৰি শিক্ষাৰ মৰ্যাদা এটা থাকিলে বা শিক্ষাতো কামত খটুৱাব পাৰিলে প্ৰতিগৰাকী শিক্ষিতা মহিলাৰে মনটো মুকলি লাগে। তথাপি মই আশাবাদী।' চাওঁচোন চৰকাৰখনে কিবা এটা পৰিৱৰ্তন আনিব পাৰেই কিজানি।

নবদ্বীপে একো উত্তৰ নিদিলে। মাথোন সুসজ্জিত নতুন বিছনাখনত লাহেকৈ গাটো এৰি দিলে।

বিছনাখনৰ ভৰিপথানত বহি লৈ তাই ডাঙৰ খোপাটোৰ পৰা এপাত দুপাতকৈ কেটাবোৰ খুলিবলৈ ধৰিলে। ৰজনীগন্ধাৰ মৃদু সুবাস এটি তাইৰ নাকত লাগিলহি। চেন্ট, মূৰত দিয়া সুগন্ধি তেলৰ লগতে কেঁচা মাহ-হালধিৰ এক অপূৰ্ব সুগন্ধিয়ে তাইক ৰোমাঞ্চিত কৰি তুলিলে। অবুজ এক শিহৰণ সৰ্ব শৰীৰেদি বাগৰি গ'ল। বৈবাহিক জীৱনৰ আজি এইটো নতুন দিন। এইখন সুবাসিত বিছনাতে তাই আজি শুব। এইটো দিন তাইৰ জীৱনত চিৰস্মৰণীয় দিন হৈ ৰ'ব।

ককায়েক সুব্ৰতে অতি কষ্ট কৰি ঘটা ধনেৰে তাইৰ বিয়াখন পাতিছে। যাৱতীয় সকলো বস্তুৰেই তাইৰ লগত দিছে। নয়নীৰ প্ৰয়োজনীয়খিনিত হাত ধৰা নাই। প্ৰয়োজনীয় বস্তুৰেই চলি মেলি ডাঙৰ হোৱা ল'ৰা সুব্ৰত। দেউতাকৰ মৃত্যুৰ কেবাবছৰো পাছতহে অশেষ কষ্ট কৰি সি আবকাৰী বিভাগৰ চাকৰি এটাত সোমাল। দূৰৰ পৰ্বতখন চিকুণ সকলোৱে দেখে। কিন্তু সুব্ৰতৰ ক্ষেত্ৰত আন দহজনৰ লগত নিমিলা জঞ্জাল। দুজনীকৈ ছোৱালীক এম. এ. পাছ কৰাইছে সুব্ৰতে। নিজেও এগ্ৰিকালচাৰ এম. এছ. চি পাছ কৰিছে নগৰৰ সম্ভ্ৰান্ত ঘৰত টিউছন কৰি কৰি। লগতে সৰ্বদাই অসুখীয়া মাক। প্ৰতিদিনেই ডাক্তৰৰ ওচৰত পৰামৰ্শ লৈ চলিব লাগে। তেনেস্থলতো পাছ কৰাৰ চাৰি বছৰ অপেক্ষা কৰাৰ পাছতহে চাকৰিটো পাইছে। গতিকে মূৰৰ বোজা কোনোপধ্যেই শাম কটা নাই। ময়ূৰী বিয়া হৈ যোৱা কেবা বছৰো হ'ল। নয়নীয়ে এম. এ. পাছ কৰি দুবছৰে ক'তো চাকৰি এটা যোগাৰ কৰিব নোৱাৰিলে। তাইৰ ইচ্ছা আছিল চাকৰিত সোমাই বিয়াখন পাতিব পাৰিলে ককায়েকে অকণমান সকাহ পাব।

কিন্তু কল্পনা বাস্তৱ নহ'ল। এম. এ. পাছ কৰা দুবছৰ হৈ গ'ল। ক'তো আয়ৰ বাট এটা মুকলি নহ'ল। আজিকালি ৰঘুমলাৰ দৰে বাঢ়ি অহা ইংৰাজী মাধ্যমৰ স্কুলবোৰত তিনিশ-চাৰিশ টকাত সোমাব বিচৰা নাই। সেইকেইটা টকা অহা-যোৱাতে খৰচ হ'ব। মাকৰ একেটাই চিন্তা ছোৱালীজনীক কেনেকৈ উপযুক্ত ল'ৰা এটাৰ হাতত গতাই দিব পাৰে। উপযুক্ত বয়সত ছোৱালীবোৰ

বিয়া দিব নোৱাৰিলে পাছত বহুত ক্ষেত্ৰতে পস্তাবলগীয়া হয়।

সেয়ে বিয়াৰ প্ৰস্তাব অহাৰ লগে লগেই সুব্ৰতো তৎপৰ হ'ল। দৰা বন্দবস্তৰ ক্ষেত্ৰত সুব্ৰত অতি দূৰদৰ্শী আছিল। ভায়েক হিচাপে ময়ূৰীক এজন উপযুক্ত ব্যক্তিৰ হাততে অৰ্পণ কৰিছে। ভনীয়েক নয়নী বৰ আৱেগপ্ৰৱণ। সকলোৰে মৰমৰ সৰল-মনা-সৰবৰহী আৰু উদাৰ নয়নীৰে দৰে ছোৱালী এজনীৰ উপযুক্ত ল'ৰা এটা বিচাৰি উলিওৱা আজিৰ দিনত অতি সহজ কথা নহয়। সকলো পৰিৱেশ আৰু সমস্যাৰ মাজত তাই নিজক চলাই নিব পাৰিব সঁচা, কিন্তু মানুহ হিচাপে থকা মানৱীয়তাখিনিৰ অভাৱ হ'লে তাই নিজক চম্ভালিবলৈ কষ্ট পাব। ঘৰত তাই এটা সুন্দৰ পৰিৱেশত ডাঙৰ হৈছে। অভাৱ-অভিযোগ থাকিলেও মানসিক সুখ-শান্তিৰ কোনোদিনে অভাৱ ঘটা নাই। দদায়েকৰ বাহিৰেও সুস্থ পৰ্যবেক্ষণ আৰু মানৱীয় আবেদনেৰে বৌয়েকে তাইক নিজৰ ভনীয়েকৰ দৰে ব্যৱহাৰ কৰি আহিছে। কিন্তু অতি ক্ষিপ্ৰ গতিত নয়নীৰ লগত নৱদ্বীপৰ বিয়া বন্দবস্ত হ'ল।

নৱদ্বীপে ল'ৰাটো দেখাই-শুনাই ভালেই। অৰ্থনীতিত এম. এ. পাছ কৰি চাকৰি এটাত সোমোৱা চাৰি বছৰহে হৈছে। এম. এ. পাছ কৰাৰে পৰা সি চাকৰি কৰি থকা বহুত ছোৱালী চালে। কিবা নহয় কিবা কাৰণত ছোৱালী পছন্দ নহ'ল। তুচ্চাৰ্থত ভাবিলে নৱদ্বীপৰ কথা এনেকুৱা ধৰণৰ, ছোৱালীজনী দেখিবলৈও ধুনীয়া হ'ব লাগিল - লগতে চাকৰি এটাও থাকিব লাগিব। মানুহ ঘৰত কোনো ধৰণৰ জঞ্জাল থাকিব নোৱাৰিব। ল'ৰা ছোৱালী দুটাতকৈ অধিক থকা পচন্দ নকৰে। ইত্যাদি ইত্যাদি। সেইমতে, সি নাপালে। অৱশেষত চাকৰি পোৱা নাই যদিও তাৰ সমান ডিগ্ৰী থকা, অত্যন্ত ধুনীয়া আৰু সুলক্ষণা মৰমিয়াল, কৰ্মপটু ছোৱালী নয়নীক দেখাৰ পাছতেই সি বিয়াৰ প্ৰস্তাব দিলে।

নিয়ম অনুযায়ী প্ৰথম দিনা নয়নীক চাবলৈ কথাবাৰ্তা হ'বলৈ নৱদ্বীপ আহিল। সুব্ৰতে নৱদ্বীপক আগবঢ়াই আহি নয়নীক বিচাৰি চাৰিওফালে চলাথ লগালে। মাকৰ ওচৰ-ৰান্ধনিঘৰ ক'তো নেপাই বৌয়েকৰ ওচৰত ৰ'লহি। সি মুখেৰে এটাও শব্দ নকৰা দেখি বৌয়েকে নিজেই ক'লে, 'নয়নী ড্ৰয়িং ৰুমতে আছে। তালৈকে যোৱাচোন। মই তাইৰ ওচৰত সহজ হ'ব পৰা নাই।'

সুব্ৰত উধাতু খাই গ'ল। নয়নীৰ কাষতে বহি বৰ বিনয়ভাৱেৰে সুধিলে, 'কচোন নয়নী, ল'ৰাজনক তোৰ কেনেকুৱা লাগিল?'

চিন্তাশীলা নয়নী সহজ হ'ল। 'ভাল বেয়া কি কম দাদা, বিয়াচোন বন্দবস্তৰ নিচিনাই হ'ল। কথাপাতি মোৰ সমূলি ভাল নালাগিল। সৌ ঘড়ীটো উপহাৰ দিছে, দি মুখেৰে কি কৈছে জাননে? এইটো লোৱা খুব দামী ঘড়ী দিছো। মই লোককো দামী বস্তু উপহাৰ দিওঁ, মোকো দামী উপহাৰ দিলেহে ভাল পাওঁ। অৱশ্যে তোমাৰ দাদাৰৰ দৰে মই উচ্চ পদস্থ চাকৰিয়াল নহয়।'

'তই পিছে কি কলি?'

'মোৰ মুখৰ ভাষা হেৰাল। এদিনতে মানুহজনৰ মনৰ পৰিধিৰ উমান পালো।'

নয়নী, তই কেইদিনমান এই সন্দৰ্ভত চিন্তা কৰি চা। যদি তোৰ নৱদ্বীপক ভাল লগা নাই — তেতিয়াহ'লে বিয়াখন ভাঙি দিওঁ।

'দাদা, এম. এ. পাছ কৰাৰ দুবছৰ হ'ল। ক'তো সংস্থান এটাও নহ'ল। ইফালে মায়ে মোৰ বয়স বাঢ়ি যাব বুলি চিন্তাতে প্ৰেছাৰ বঢ়াইছে। তেনেস্থলত”

'বিয়াৰ কথাটো ভাতৰ লগত পানী খোৱা কথা নহয়. এজনী শিক্ষিতা ছোৱালী হৈ মানুহজনৰ লগত মনৰ অমিল হ'লে চলিবি কেনেকৈ? বস্তুবাদৰ ভৰত দিনকাল কেনেকৈ চলিছে তোকতো বুজাব নালাগে। যদি তাৰ মানসিকতা বস্তুবাদী হয়, তেতিয়াহ'লে তোক বিয়া কৰালে মনৰ আশা তেওঁৰ পূৰণ নহ'ব নহয়।'

'ভালদৰে চিন্তা কৰি চাব লাগিব দাদা।'

কিছুদিন অনেক ধৰণৰ ওজৰ-আপত্তি থকা সত্বেও নিজ ভাগ্যক থিয়াই নৱদ্বীপৰ লগতে নয়নীৰ বিয়াৰ বন্দবস্ত হৈ গ'ল। বিয়া বন্দবস্ত কৰিবলৈ সুব্ৰত নৱদ্বীপহঁতৰ ঘৰলৈ গৈছিল। দুয়োটা পৰিয়ালতে দেউতাক নথকাত আগ-পিছ ধৰিবলৈ সুব্ৰত কিছু কিছু ক্ষেত্ৰত অসুবিধাত নপৰা নহয়। কথা-বতৰা হঁওঁতে গাম্ভীৰ্যপূৰ্ণ আৰু চিন্তাশীলভাৱে বিষয়বোৰ গ্ৰহণ কৰিব পৰা নাছিল যেন সুব্ৰতৰ অনুমান হৈছিল। কন্যাদাতাৰ লগত মাকগৰাকীৰ আত্মীয়তাত সহৃদয়তাৰ অভাৱ পৰিলক্ষিত হৈছিল। কিছু কিছু ক্ষেত্ৰত সুব্ৰত অসুবিধাত পৰিছিল। তথাপি সি সকলো দিশ চম্ভালিব নোৱাৰা মানুহ বুলি ভাবিয়েই নিজেই সকলো কাম আগবঢ়াই নিছিল।

এক দোদুল্যমান অবস্থাৰ মাজতেই নয়নীৰ বিয়াৰ দিনো ঠিক হ'ল। নিজৰ ভাগ্যক থিয়াই তাই নৱদ্বীপৰ লগত বিয়াত বহাৰ অনুমতি প্ৰদান কৰিলে। তাই আশাবাদী। তাই লাভ কৰা শিক্ষাৰে নৱদ্বীপৰ কিবা দোষ দেখিলে নিজেই বুজাব-বঢ়াব পাৰিব। প্ৰয়োজন হ'লে বৈবাহিক জীৱনৰ সপোন তাইৰ অপূৰণ হৈ ৰ'লেও ৰ'ব। সীমিত পা-পইচাৰ মাজেদিয়েই তাই ঘৰখন নিয়াৰিকৈ চলাই নিব। ক'তো চাকৰি এটা যোগাৰ কৰিব নোৱাৰিলে টিউচন কেইটামানকে গোটাই ল'ব।

এইদৰেই মানসিক প্ৰস্তুতিৰ ফালে তাইৰ মন ধাবমান হৈছিল। এইদৰেই সুৰুচিপূৰ্ণভাৱে আবেগ-অনুৰাগ, সুখ-দুখৰ সংমিশ্ৰণত সুব্ৰতে নয়নীৰ শিৰত হাত থৈ আশীৰ্বাদ দি হৈ যোৱা কৰ্মৰ সফল পৰিসমাপ্তি ঘটালে।

হিয়া ঢাকুৰিয়াই কান্দি মাক-বৌয়েক আৰু বায়েক-ভিনিহিয়েকে প্ৰাণসম নয়নীক লোকৰ ঘৰলৈ বোৱাৰী ৰূপত উলিয়াই দিলে।

আবেগ বিহ্বল সুব্ৰতে থোকাথুকি মাতেৰে নৱদ্বীপলৈ চাই বিদায়ী ক্ষণত ক'লে, — 'আজিৰ পৰা দুখে-সুখে তাই তোমাৰ সহচৰী হ'ল। নিৰ্জীৱ সম্পদতকৈ এটি অমূল্য সম্পদ মই তোমাৰ হাতত তুলি দিলো। নিশ্চয় তোমাক তাই শকুন্তলাৰ দৰে পৰিচৰ্যা কৰাৰ দায়িত্ব ল'ব পাৰিব।'

নৱদ্বীপে মুখেৰে টু শব্দ এটাও নকৰিলে। ফুলশয্যাৰ প্ৰথম প্ৰহৰতে নয়নীয়ে নৱদ্বীপৰ মনোবৃত্তিৰ উমান পালে। সৰু-সুৰা অগ্নি পৰীক্ষা এটাত তাই নিজকে উত্তীৰ্ণ হোৱা যেন লাগিল।

চিৰস্মৰণীয় দিনটোৰ প্ৰথম পুৱা তাই কাহিলি কাহিলি পুৱাতে বিছনা এৰিলে। গা-পা ধুই নতুন কাপোৰ এসাজ পিন্ধি শিৰত সেন্দুৰকণ আৰু ফোট লৈ লাহে লাহে ৰান্ধনী ঘৰলৈ সোমাই গ'ল। বিবাহোপযোগী ননদ স্মিতালৈ চাই ক'লে, 'ময়ে চাহ-ভাতত লাগো। তুমি কাক কেনেকৈ দিব লাগে দেখুৱাই দিয়াচোন। কালি ঘৰলৈ অহা মানুহখিনিয়ে লৰালৰিকৈ যাবলগীয়া হোৱাত মান ধৰা পৰ্বটো থাকি গ'ল। আজি ৰাতিপুৱাই মাকে আদি কৰি কাক কেনেকৈ ধৰিব লাগে তুমিয়েই দেখুৱাই দিয়াচোন।

স্মিতাই দৌৰি যোৱাৰ দৰেই গৈ মাকক ৰান্ধনী ঘৰলৈ মাতি আনিলে।

নয়নী কোঠালৈ সোমাই গৈ শৰাই এখনত সজাই পাতৰ মেখেলা আৰু চাদৰ, থুৰিয়া তামোল এখনেৰে দি সেৱা জনাই মান ধৰিলে।

তাৰ পাছত স্মিতাই দেখুৱাই দিয়া মতেই কাম ফেৰা সম্পাদন কৰি তাই সৰ্বশেষত সভা মণ্ডপত আনুষ্ঠানিকভাৱে সন্মান জনোৱা বৰেণ্য ব্যক্তি এগৰাকীৰ দৰেই স্মিতাৰ দুয়োখন হাতত আবেগিকভাৱে ধৰি ক'লে — 'লোৱা, তোমাৰ বৌৰ সামান্য উপহাৰ।'

সকলো সুকলমেই হৈ গ'ল। কিন্তু নয়নীয়ে উপলব্ধি কৰিলে, পৰিৱেশটো যেন কিবা গধুৰ হৈ পৰিছে।

ক্ষন্তেক পাছতে নৱদ্বীপ শুই উঠিল। মুখ-হাত ধুই বাহিৰলৈ ওলাই আহি মাজৰ কোঠালিটোত থকা টিভিটো অন কৰি দিলে।

লগে লগে মাক ওলাই আহি ক'লেহি, আজি ৰাতিপুৱাও তই 'ব্ৰেক এণ্ড হোৱাইট' টিভি চাব লাগিব বুলি মই ভৱাই নাছিলো। একমাত্ৰ পুত্ৰলৈ বোৱাৰী আনিও এনেহে হ'ল।'

নৱদ্বীপক দিবলৈ অনা চাহ কাপ হাতত লৈ নয়নী থমকি ৰ'ল। অলপ থতুৱা স্বভাৱৰ ছোৱালী হোৱা হ'লে কাপ-প্লেটযোৰ হাতৰ পৰা পৰি টুকুৰা-টুকুৰ হ'লহেঁতেন।

নৱদ্বীপক চাহ কাপ দিয়েই তাই নিজৰ কোঠালিলৈ সোমাই গ'ল। বিছনাখনৰ ওপৰতে ক্ষন্তেক জুপুকা লাগি বহি থাকিল। তাই উপলব্ধি কৰিলে — 'তাইৰ হিয়াখন ভাগি যেন টুকুৰা-টুকুৰ হৈছে।

নৱদ্বীপ চাহ খাই পুনৰ কোঠালিলৈ সোমাই গ'ল। নয়নীয়ে বিছনাখন পাৰিবলৈ ধৰিলে মুখেৰে এটাও শব্দ কৰা নাই।

ক্ষন্তেক নীৰৱতা। তাৰ পাছত পুনৰ মাকৰ ৰুক্ষ কণ্ঠস্বৰ শুনা গ'ল — 'অ, নৱ, নৱ কাপোৰ ধুবলৈ মানুহ এজনী বিচাৰি আনচোন। বিয়াতে লেতেৰা হোৱা কাপোৰবোৰ দম বান্ধি আছে। ভাবিছিলো ৱাচিং মেচিন আহিব, এফাৰ

পৰা আটাইবোৰ থুই নিম। আনৰ বোৱাৰীবোৰক দেখিছো নহয় লগত কি কি আনে। আজিকালি আৰু কোনেও বিছনা, চোফা, আন্‌লা আদি দি ছোৱালী এজনীক লোকৰ ঘৰলৈ বোৱাৰী সাজি উলিয়াই নপঠিয়াই .........

নয়নী চমকি উঠিল, 'উবা নবদ্বীপ, মায়ে এইবোৰ কি কৈছে? কথাবোৰ মোকেই শুনোৱা নাইনে?'

'ঠিকেই কৈছে। মাৰ মই একমাত্ৰ ল'ৰা নহয়। মাৰ তোমালৈ বৰ আশা আছিল।'

'কিহৰ আশা নবদ্বীপ ............ যৌতুকৰ নে আকৌ। ঠিক যৌতুক বুলি নক'বা। ছোৱালী এজনী উলিয়াই দিলে দিব লগাখিনিৰ লগত মান-সন্মানৰ প্ৰশ্ন জড়িত হৈ থাকে। তোমাৰ দাদাৰৰ দেখিছো মান-সন্মানৰ কথা নাই। তেওঁ আবকাৰী বিভাগত চাকৰি কৰা মানুহ বুলি ক'লে নুশুয়ায় ........।

'নবদ্বীপ, আবকাৰী বিভাগত চাকৰি কৰিলেও দাদাৰ আনৰ দৰে টকা-পইচাৰ খিতাপ নাই দিয়াচোন। তুমি অন্ততঃ দাদাক আন বহুতৰ দৰে দুৰ্নীতিপৰায়ণ ব্যক্তি বুলি তুলনা কৰিব নোৱাৰিবা।'

'দাদা ভিক্ষাৰী নহয় দিয়াচোন।'

'ঠিকেই — দাদা ভিক্ষাৰী নহয়। দাদা মানুহ। দাদাই মানুহৰ দৰে থাকি মেলি ভাল পায়। তথাপি কথাৰ গতি বেলেগ দিশলৈ যায় বুলি নয়নী ক্ষন্তেক কোঠালিৰ পৰা ওলাই গ'ল। কোনটো কোঠালিত কোনটো আছে চাই আহিলগৈ। মনে মনে তাই গুণগুণালে সাহিত্য, সংগীত, কলাবিহীন লোক পশুৰ তুল্য .....। গতিকে এইসকল সেই পৰ্যায়তো পৰিব পাৰে। গতিকে ..........।

ক্ষন্তেকতে বৈবাহিক জীৱনৰ সপোন ভাগি চুৰ্ণ-বিচুৰ্ণ হ'ল নয়নীৰ।

বোৱাৰী পুৱাৰ প্ৰথম দিনাই জীৱন কঁচুপাতৰ পানীৰ দৰে কথাষাৰৰ যথাৰ্থতা অনুভৱ কৰিলে। আৰু অনুভৱ কৰিলে লাও যিমানেই ডাঙৰ নহওক সদায় পাতৰ তল ........ নাৰী পানীৰ দৰেই হ'ব লাগে যতেই থয় ততেই আকাৰ লয় — নহ'লেই বিপদ ..। বহুতে নাৰীক বেশ্যা হ'লে বেশ্যা বুলি কোৱা হয় ......... পুৰুষজনক বেশ্যা বুলি কোৱা নহয়। ঠিকেই আজিকালি

নাৰী নিজে নিজেই বিজ্ঞাপনৰ সামগ্ৰী হয়। যেতিয়া নাৰীয়ে প্ৰায় উলংগৰ দৰে নৃত্য কৰে তেতিয়া সহকাৰী পুৰুষ নায়কে সৰ্বাংগ ঢকা বস্ত্ৰ পৰিধান কৰে।

মনৰ মাজলৈ দোদুল্যমান অৱস্থাই থৰকবৰক কৰিলেও প্ৰকৃততে তাই হতাশ নহ'ল। কঠোৰ বাস্তৱৰ লগত মুখামুখি হ'ব পৰা ছোৱালী নয়নী। গতিকে হতাশৰ পৰিবৰ্তে তাইৰ মনলৈ দৃঢ়তা আনিলে। লগতে পৃথিৱীৰ সৌন্দৰ্যত আপ্লুত হোৱা জীয়াই থকাৰ অনিৰ্বচনীয় মোহৰ লগতে অফুৰন্ত কৰ্ম প্ৰেৰণাই নয়নীক পৃথিৱীত সোণৰ সৰগ ৰচি খোজ পেলাই যাবলৈহে অনুপ্ৰাণিত কৰিলে। তাই এই ক্ষণিক পৰতে উপলব্ধি কৰিলে, এইসকল সাজে-পোছাকেহে মানুহ। ভিতৰখন তেনেই নাশুঠ। গতিকে এইসকলক কাপোৰ পিন্ধোৱাৰ দায়িত্বও তাইৰ ওপৰতেই পৰিল।

এইদৰেই ভাবিয়েই তাই পুনৰ বান্ধনি ঘৰলৈ সোমাই গ'ল। বোৱাৰী হিচাপে সেইখন ঘৰৰ সম্পূৰ্ণ দায়িত্ব তাইৰ ওপৰত পৰাটোহে কাম্য। কোনো ধৰণৰ কামৰ প্ৰতি দুৰ্বলতা নাই।

তাই বান্ধনি ঘৰলৈ যোৱা দেখি শাহুয়েকে টোপোলা এটা আগবঢ়াই দিলে। মানধৰা সাজটো তোমাৰ হাততেই থৈ দিয়াচোন। বিধবা হ'লেও এনেকুৱা উকা চাদৰ-মেখেলা মই নিপিন্ধো৷ মই ভাবিছিলো, শাহু হিচাপে জ্ঞান কৰি মোক পাতৰ চেট এটা দিহে মান ধৰিবা। ওচৰ-চুবুৰীয়াক মই তেনে সাজটো দেখুৱাব নোৱাৰিম। আমাৰ বংশৰ মান-সন্মানৰ কথা আছে।

ক্ষন্তেক পাছতে স্মিতা হাঁহি হাঁহি ওলাই আহি ক'লে, 'বৌ, অকণো বেয়া নাপাবা দেই। মই বেছি ভাগ চুৰিদাৰহে পিন্ধো। কিন্তু শাৰী পিন্ধিলে পিউৰ চিল্কৰ বাদে এনে শাৰী নিপিন্ধো।

নয়নীয়ে ধুনীয়াকৈ হাত পাতি সেইটো উপহাৰো ঘূৰাই ল'লে। তাইলৈ চাই ক'লে, 'স্মিতা, আজিৰ বাদে কালিলৈ তুমিও এখন ঘৰৰ বোৱাৰী হ'বগৈ লাগিব। শিক্ষাৰ ক্ষেত্ৰত তুমি মোৰ সমপৰ্যায়ৰ। লগতে বয়সৰ ফালৰ পৰাও। তেনেস্থলত তোমাৰ দৰে শিক্ষিতা ছোৱালী এজনীৰ মানসিকতা দেখি ....'

দুটাকৈ উপহাৰৰ টোপোলা হাতত লৈ নয়নী চিধাই কোঠালিলৈ সোমাই

গ'ল। দুখ আৰু খঙৰ সংমিশ্ৰণেৰে থোকাথুকি মাতেৰে নৱদ্বীপলৈ চাই প্ৰশ্ন কৰিলে, 'সঁচা কথা কোৱা নৱদ্বীপ। তোমালোকে মোক যৌতুকৰ আশাতহে বিয়া কৰাইছিলা নেকি? নাৰী জীৱনৰ আটাইতকৈ এই স্মৰণীয় পুৱাটোত মোক ইমানকৈ অপমান কৰাৰ অধিকাৰ তোমালোকৰ ঘৰৰ মানুহে ক'ৰ পৰা পালে? যদি তোমাক ইমান যৌতুকৰ প্ৰয়োজন আছিল আমাক আগতে ক'ব লাগিছিল। নতুবা ধনীৰ দুলালীৰ দুৱাৰে দুৱাৰে ঘূৰিব লাগিছিল। আমাৰ দৰে মধ্যবিত্ত শ্ৰেণীৰ লগত সম্বন্ধ কৰিছিলা কিয়? দেউতাৰ অবিহনে দাদাই আমাক পঢ়ুৱাই-শুনাই উপযুক্ত কৰি উলিয়াই দিছে। যি কেইপদ সম্পদ মই আনিছিলো, এয়ে মোৰ কাৰণে বহুত আছিল। এইখিনি গোটাওতে দাদাৰ কষ্ট দেখি মোৰ বুকুখন ভাগি গৈছিল। মাৰুতি, কালাৰ টিভি, ফ্ৰিজ, ৱাচিং মেচিন — এইবোৰ মোৰ লগত কিয় দিব? মোৰ শিক্ষা-দীক্ষা আছে প্ৰয়োজন হ'লে মই গোটাই লম নহয়। ছিঃ কটা এইবোৰ মই দাদাক দাবী কৰিব নোৱাৰিম। মই এগৰাকী আধুনিক নাৰী। মোৰ শৰীৰৰ পোছাক অত্যাধুনিক নহ'লেও মনটো সম্পূৰ্ণ আধুনিক। এনেকুৱা চিন্তা-ধাৰাৰ মাজত সোমাই মই দাদাৰ ওচৰত টুলুঙা হ'ব নোৱাৰিম। দাদাৰ লগত এই সন্দৰ্ভত আলোচনা কৰিবলৈ মই লজ্জিত হ'ম। সেয়ে ইয়াৰ সুব্যবস্থা মই নিজেই কৰিব লাগিব। মই সৰুৰে পৰা নাৰীক মৰ্যাদা দি ভাল পাওঁ। মোৰ মৰ্যাদা মই নিজেই ৰক্ষা কৰিম — শিক্ষাক মই সম্মান কৰো।'

নয়নী খঙেৰে কোঠালিৰ পৰা ওলাই গৈ বাহিৰৰ কোঠালিটোত থকা টেলিফোনটো দাঙি লৈ আৰক্ষী বিভাগলৈ ফোন কৰি আত্মৰক্ষাৰ বাবে সহায় বিচাৰিলে।

তাৰ পাছত নিজৰ কোঠালিলৈ সোমাই আহি দেখিলে, নৱদ্বীপে তাই লগত অনা বিছনা চাদৰখন গুচাই আন এখন পাৰিছে। মুখেৰে ভোৰভোৰাই আছে ঃ আবকাৰী বিষয়াই মোক উকা বিছনা চাদৰ এখন দিয়েই ফুলশয্যা যাপন কৰিবলৈ দিছিল। মোৰ চাকৰিটো সৰু দেখি উপলুঙা কৰিছে হয়।

নয়নীয়ে মিচিকিয়াই হাঁহি মনে মনে ভাবিলে, এইখন ঘৰত মোৰ এসাজহে অন্ন আছিল।

প্ৰায় এঘণ্টাৰ পাছতে পুলিচৰ ভান এখন আহি নয়নীহঁতৰ ঘৰৰ সন্মুখত ৰৈ এজন এজনকৈ নামি আহিল। গহীন গম্ভীৰ খোজেৰে সালংকিতা ন-

বোৱাৰী নয়নী বাহিৰলৈ ওলাই আহিল।

নৱদ্বীপ, স্মিতা আৰু মাক উধাতু খাই ওলাই আহি একে ঠাইতে ৰ'লহি।

কি অঘনটন ঘটিছে একোকে ধৰিব নোৱাৰি, ইজনে-সিজনলৈ চাবলৈ লাগিল।

পুলিচ ইন্সপেক্টৰলৈ উৎসুক দৃষ্টিৰে চাই নয়নীয়ে নিজৰ প্ৰতিবেদন দাখিল কৰিলে।

কালি মই এইখন ঘৰলৈ বোৱাৰী হৈ আহিছিলো। মোক হোম পুৰি উলিয়াই দিয়া হৈছিল। আপোনালোকে চাওক মোক দাদাই এইখিনি এইখিনি বস্তু লগত প্ৰয়োজনীয় বুলি দিছিল। মাৰুতি, কালাৰ টিভি, ৱাচিং মেচিন, ফ্ৰিজ ইত্যাদি ইত্যাদি নিদিয়াৰ কাৰণে মান ধৰা কাপোৰো ঘূৰাই দি স্বামী, ননদ, শাহু — তিনিওজনে নানান সুৰেৰে ভৎর্সনা কৰিছে। ময়ো ভাবিছোঁ, দৈহিক মিলনৰ আগতেই এইসকলৰ পৰা মই বিদায় লওঁ। ইয়াৰ পৰা দিয়া বস্তুখিনি চমজাই মোৰখিনি লৈ মই নিজৰ ঘৰলৈ যাঁওগৈ। অনুগ্ৰহ কৰি আপোনালোকে মোক আত্মৰক্ষাত সহায় কৰি দিয়ক।'

নৱদ্বীপ গৰজি উঠিল, এইবোৰ কি কাণ্ড কৰিবলৈ তুমি বোৱাৰী হৈ আহিছিলা? ছিঃ কটা তোমাৰ লাজ লাগিব লাগিছিল।

'মোৰ লাজ লাগিছে বাৰু। গোটেই চৌপাশ মানুহখিনিয়ে যে জুমাজুমি কৰিছে তোমাৰ লাজ লগা নাইনে?'

তাৰ পাছত আৰক্ষী বিষয়া এজনলৈ চাই হাত যোৰ কৰি সানুনয়ে ক'লে, 'অনুগ্ৰহ কৰি আপোনালোকে মোক ট্ৰাক এখনত বস্তুখিনি উঠাই উদ্ধাৰ কৰক। নহ'লে কাগজৰ শিৰোনামা দখল কৰা লোমহৰ্ষক হত্যাকাণ্ডবোৰৰ দৰে ময়ো হত্যাকাণ্ডৰ বলি হ'বলৈ বেছিদিন নালাগিব।'

নাৰীৰ মানহানিৰ ক্ষেত্ৰত কেনেকুৱা বিচাৰ হয় মই ঘৰলৈ গৈহে চিন্তা কৰিম।

পুনৰ হাতযোৰ কৰি আৰক্ষী বিষয়াজনলৈ চাই ক'লে — 'অনুগ্ৰহ কৰি সময়ৰ অপব্যৱহাৰ নকৰিলেই মই ভাল পাম? ○

# হিতৈষী

নিৰিবিলিভাবে সময় অকণমান পালেই ৰতাহীৰ এটা চিন্তাই মনটো তোলপাৰ লগাই দিয়ে। অন্য চিন্তা একো নহয়, ৰতাহীৰ জীয়েক ৰগীৰ চিন্তা। এদিন খুণ্ডৰ বশৱৰ্তী হৈ ৰগী মাহীয়েকৰ ঘৰলৈ গৈছিল যদিও, কেইদিনমান থাকিয়েই গুচি অহাৰ কথা। কিন্তু ৰগী ঘৰলৈ ঘূৰি অহা নাই। তাই মাহীয়েকৰ ঘৰত থকা কেইদিনৰ ভিতৰতে মহাকৰ বৰ টান অসুখ হ'ল। দুবাৰো স্থানীয় হস্পিটালত ভৰ্তি কৰালে যদিও তৃতীয়বাৰ নিবলৈ নাপাওঁতেই ডেকা মানুহজন এদিন ৰাতি বিছনাতে মৰি থাকিল।

খবৰ পাই ৰতাহী বজ্ৰপাত পৰা মানুহৰ দৰে হ'ল। কিন্তু তাই একো কৰিব নোৱাৰে। লোকৰ ঘৰে ঘৰে কটনাকাটি তাই কোনোমতেহে চাৰিটা প্ৰাণীৰ পেটৰ আহাৰ যোগাৰ কৰে। সুদা হাতেৰেনো ভনীয়েকৰ উকা কপালখন চাবলৈ যায় কেনেকৈ? মৃতকৰ ঘৰত মাত এষাৰ লগাবলৈ যোৱা মানে হাতত ৰৰতীয়া বস্তু অলপমান নিবই লাগিব। নহ'লে বাই-ভনী বুলি তাইৰ মানটো ৰ'ব ক'ত? তাতে বাহুত অহা-যোৱা কৰিবলৈও হাতত কেইবা টকাও লাগে। সাতে-পাঁচে সকলো ভাবি-চিন্তি তাই আঘোণৰ পকা ধান দাই পোৱা পইচাৰে যাবলৈ বাট চাই ৰ'ল।

নিজৰ জীয়েক এজনীয়েই আছেগৈ যেতিয়া ভনীয়েকে সন্তৰ বেয়া নাপাব। ভনীয়েকে বায়েকৰ দুখৰ কথা নজনা নহয়। সেয়ে ডাঙৰ ল'ৰা অনন্তকে চিঠি এখন দি সকলো বুজাই লিখিবলৈ ক'লে। লগতে আঘোণ মাহত মাক এবাৰ গৈ অহাৰ কথা আৰু কিবা এটা সুবিধা কৰি ৰগীক পঠিয়াই দিয়াৰ কথাটোও লিখি দিবলৈ বাৰে বাৰে সকীয়াই থাকিল।

অনন্ত মান্তি হ'ল। অনন্ত ৰতাহীৰ বৰ লায়েকৰ ল'ৰা হৈ ডাঙৰ হৈছে। স্থানীয় স্কুলৰ সি দশম শ্ৰেণীৰ ছাত্ৰ। স্কুলখনৰ শিক্ষক-শিক্ষয়িত্ৰীয়ে তাক বৰ মৰম কৰে। দুবেলা দুসাজ পেট ভৰাই খাবলৈ নোপোৱা আৰু সদায়ে 'চেকেণ্ড-হেণ্ড' কাপোৰ পিন্ধি ডাঙৰ হোৱা অনন্তৰ চিন্তা-চৰ্চা বহুত উন্নত পৰ্যায়ৰ। দুখুনী বিধবা মাকৰ চাৰিটা সন্তানৰ ভিতৰত সি আটাইকেইটাতকৈ বুজা ল'ৰা। স্কুলৰ

আৱশ্যকীয় চাহিদা পূৰণ কৰিব নোৱাৰে বুলি অজুহাত দেখুৱাই অনন্তৰ ভনীয়েক বগীয়ে অষ্টম শ্ৰেণীলৈ প্ৰমোচন পায়ো স্কুললৈ নোযোৱা হ'ল।

মাকৰো উপায় নাই। তাতে ছোৱালীজনীও বৰ সুবিধাজনক নহয়। মুখ নহয় তাইৰ লাওপাত কঁচুপাত। জন্মদাত্ৰী মাকেই তাইলৈ সমীহ কৰিহে চলে। স্কুল এৰি ঘৰতে যি পাৰে ষ্টাইল দি ওলাই সোমাই ফুৰিবলৈ ল'লে। সেয়ে স্কুললৈ বহুদিন নোযোৱা দেখি স্কুলৰ শিক্ষক এজন এদিন ঘৰলৈকে আহি অনন্তৰ উদাহৰণ দি তাইক নানা ধৰণৰ গালি পাৰিলে, 'ইমান কষ্টৰে পঢ়া-শুনা কৰা দেখি আমি জানো তাক নোচোৱাকৈ আছো? তোকো আমিয়েই চাম। তই অযথা ঘৰত সোমাই থাকি কি কৰিবি? কালিলৈৰ পৰা স্কুললৈ যাবি। আমি বাৰু তোৰ বহী-কিতাপ যোগাৰ ধৰিম।"

তাকে শুনি অনন্তই গহীনাই মাত লগালে, 'ছাৰ, তাইৰ কিতাপৰ অভাৱ হোৱা নাই নহয়। বৌটিয়ে বহীখিনিও যোগাৰ কৰি দিছিল। তাই নিজেহে যোৱা নাই।'

"হয় নেকি? ঠিক আছে। কালিলৈৰ পৰা বাৰু যাবি।"

এইদৰে কৈয়েই শিক্ষকজন গ'লগৈ। মানুহজন আঁৰ হ'বলৈহে পালে অত সময়ে মহুৰা ফুৰাই থকা বতাহীয়ে লাহেকৈ মাত লগালে, "শুনিলি নহয়, ছাৰে কি ক'লে? তই কালিলৈৰ পৰা স্কুললৈ যাবি। মোৰ শালত থকা চাদৰখন আৰু কেইটামান মহুৰা বলেই ওলাব। তয়ে সেইখন পিন্ধিবি। লাগে যদি মোৰ সামৰণ মেখেলাখানো লবি। মই পিছে-পৰে পাৰিলে এখন বৈয়ে ল'ম।"

কথাষাৰ ক'বলৈহে পালে তাই ৰণচণ্ডী মূৰ্তি ধৰি গৰজি উঠিল। "আজিকালি ছোৱালীবোৰে তাঁতত বোৱা সেই দগথা চাদৰবোৰ নিপিন্ধে নহয়। বজাৰৰ পৰা কিনা ফিৰ্‌ফিৰিয়া চাদৰ পিন্ধিহে যায়। সেই ঘৰুৱা চাদৰখন লৈ মই স্কুললৈ গ'লোৱেই .........।"

"নাযাব যদি থাকিবি। বৰকৈ মুখ নবজাবি। অনন্তই লোকৰ ঘৰৰ পৰা আনি ফটা-ফুটা চিলাই কৰি দিয়া পেণ্ট-চোলা পিন্ধিয়েই এইবাৰ সি স্কুল শেষ কৰিব। তোৰ নতুনকৈ বৈ দিয়া চাদৰখন লৈ যাবলৈও লাজ হ'লনে? হেৰ', ক'ৰ বৰ মানুহৰ জীয়েক ওলালি অ'; তোৰ গতি-গোত্ৰ হ'লে মই ভাল দেখা নাই। মোৰ চকু নাই বুলি নাভাবিবি। পাউদাৰৰ লগত সেন্দুৰ মিহলাই গালত

ঘঁহি তিনিআলিত বৈ ফুৰা দেখিয়েই মই জানিছোঁ — তোৰ মনৰ খবৰ।”

ইমান সময় নিতাল মাৰি শুনি থকা ৰগীয়ে আজিকালি প্ৰায়বোৰ ল'ৰা-ছোৱালীৰ মুখত অহা জীৱনৰ চৰম সত্য কথাষাৰকে উচ্চস্বৰে ঘোষণা কৰিলে, “স্কুললৈ নাযাওঁ যা, কি কৰিব পাৰিবিনো? ভালকৈ খুৱাব-পিন্ধাব নোৱাৰ যদি জন্ম দিছিলি কিয়?”

স্তম্ভিত হৈ গ'ল বতাহী। মহুৰা কিটা হাতত লৈ উঠিব খোজা মানুহজনী আকৌ আগৰ ঠাইতে বহি পৰিল।

কথাষাৰ শুনি অনন্তই খঙটো দমাই ৰাখিব নোৱাৰি ঠাইতে পোৱা তাঁতৰ কাণমাৰি এডালেই পূৰ্ণহতীয়াকৈ দুয়োটা ভৰিতে দুচাট লগাই দি ক'লে, “তই এনেকুৱা হবি বুলি ভাবি বৌটিহঁতে জন্ম দিছিলে নেকি? দুশ্ৰেণী পঢ়িয়েই সেইষাৰ কথা কলিনে? মুখে মুখে উত্তৰ দিবলৈ লাজ লগা নাই? ভালে ভালে আঁতৰ হ।”

বগী আঁতৰ নহ'ল। চোতালতে বহি লৈ তাই হিয়ালি-জিয়ালিকৈ কান্দিবলৈ ধৰিলে। যেন সদ্য বিবাহিতা পত্নীয়েহে গিৰিয়েকৰ মৰা শটো আগত লৈ কান্দিছে। উপায়ান্তৰ হৈ মাকেহে আকৌ বুজাব লগা হ'ল।

কিন্তু অবুজনক বুজোৱা টান। তাই সৈমান নহ'ল। মাজ চোতালতে যি বহিল লৰচৰ নকৰা হ'ল। তেনে সময়তে সেই সুযোগকণ মিলিল।

ৰগীৰ মাহীয়েকৰ ঘৰৰ ওচৰতে সিহঁতৰ গাঁৱৰ জোনাকীৰ বায়েক পৰিছে। জোনাকী বায়েকক ঘৰলৈ যাবলৈ ভায়েক ৰূপহ সেই সময়তে সাজি-কাচি ফিট্‌ফাট্ ডেকাটো হৈ বগীৰ চোতালত উপস্থিত হ'লহি। ৰূপহ বায়েকৰ ঘৰলৈ যাবলৈ আহিছে বুলি কোৱাতহে বগীৰ গাটো লৰিল। চকু দুটা দুহাতেৰে মোহাৰি লৈ তালৈ চাই ক'লে, “বৌটি, ৰূপহ ককাইদেউৰ লগত ময়ো মাহীহঁতৰ ঘৰলৈ যাঁওনে? মাহীয়ে সদায় মাতি থাকে।”

বতাহী আকৌ দ্বিতীয়বাৰলৈ স্তম্ভিত হ'ল। তথাপিও গহীনাই মাত লগালে, “তই যাঁও বুলিলেই মই পঠাওঁ কেনেকৈ? মোৰ হাতত আজি সিকি এটাও নাই।” ৰূপহে তপৰাই মাত লগালে — ‘যাব যদি গুলা, বাছৰ ভাড়া ময়ে দিম বাৰু।’

বতাহীয়ে পোন্দোৱাকৈ বগীলৈ চালে। কিন্তু বগী উচাৎ মাৰি ভিতৰ

সোমাই গৈ পোচাক পিন্ধিবলৈ লাগিল। মাকে শৰ্মাদেউৰ ঘৰত কাম কৰিবলৈ যাঁওঁতে শৰ্মাদেউৰ জীয়েকে নিপিন্ধাকৈ থোৱা ফুলাম চুৰিদাৰ এযোৰ খুজি আনি ৰগীক দিছিলহি। ধনী মানুহৰ ছোৱালীয়ে আজিকালি তেনে ডিজাইনৰ নিপিন্ধা হৈছে। কিবা বোলেনে বেলেগ ডিজাইন ওলাইছে। কিন্তু ৰগীৰ বাবে সেইযোৰ উত্তম পোচাক। সেই পোচাকযোৰকে পিন্ধি ৰগীয়ে আগলৈ-পাছলৈ চাই চাই মাকৰ ওচৰ পালেগৈ। থোন থোনাই মাকক ক'লে, "আজিকালি এইবোৰৰ লগত ওখ ওখ জোতাহে পিন্ধে। মই টাউনখনৰ মাজেৰে এই ফটা চেণ্ডেলযোৰকে পিন্ধি যাব লাগিব। আনিছিলি- আনিছিলি একেবাৰেই পুৰাই স্লেচটো নানিলি কিয়? তাইৰ চাগৈ ওখ জোতা নোহোৱাকৈ আছেনে?"

ৰত্নাহীয়ে একো নামাতিলে। তৃতীয়বাৰলৈ জীয়েকলৈ আকৌ এবাৰ পোখোৱাকৈ চালে। নিজৰ জীয়েকজনীকে বিশ্বাস কৰিবলৈ টান পোৱা ৰত্নাহীয়ে দেখিলে ৰগীৰ গাল দুখন সেন্দুৰৰ দৰে ৰঙা। ৰগী, ৰগী ছোৱালী সঁচা, কিন্তু তেজাল নহয়। নিশ্চয় আজিও তাই পাউদাৰৰ লগত সেন্দুৰ মিহলাই ঘঁহিছে। ঠায়ে ঠায়ে সেয়ে ৰৰ ৰঙা হৈ আছে। তাৰ পিছত তাইৰ চকু পৰিল দীঘল চেপামৰা পেন্টটোৰ ওপৰত পিন্ধা চোলাটো টান হৈছে। চোলাটো লিপিট খাই ধৰাত ফিট্‌ফিটিয়া বুকুখন বেয়া ধৰণেৰে ওলাই যোৱাত মাকৰ বৰ বিতৃষ্ণা লাগি আহিল। খন্তেৰে ৰূপহকে কিবা এষাৰ টানকৈ ক'ব খোজোঁতেই তাই দেখিলে ৰূপহে তাইৰ বুকুখনলৈকে তন্ময় হৈ চাই আছে। মাকৰ নিজৰে কিবা লাজ লাগি গ'ল। খন্তেক পিছতে ৰূপহে মাত লগালে, "খুড়ীদেউ আমি তেন্তে যাঁও।"

ৰত্নাহীৰ মুখৰ মাত নোলাল। আগে আগে ৰূপহ আৰু পিছে পিছে ৰগী গৈ থাকিল।

চ'ৰাঘৰতে বাছনি পৰীক্ষালৈ পঢ়ি থকা অনন্তই মাকলৈ চাই লাহেকৈ মাত লগালে — "এই লম্পটটোৰ লগতে তাইক যাবলৈ দিলি নহয়?"

ৰত্নাহী নিৰুত্তৰ। লাজ ঢাকিব নজনা আজিকালি ল'ৰা-ছোৱালীবোৰৰ দৃশ্য চকুলৈ অহাৰ লগে লগেই তাইৰ নিজৰে লাজ লাগি আহিল। ফিচিকা কপাহী চাদৰখনকে নিজৰ গাটোত ভালকৈ মেৰিয়াই ল'লে।

সেইদিনাই যি গ'ল, ৰগী আৰু ঘৰলৈ ঘূৰি অহা নাই।

নিজৰ দুৰৱস্থাৰ বাবে এবাৰ খা-খবৰ এটা কৰি আহিবলৈও তাই সুবিধা কৰিব পৰা নাই। কিয়নো কেইবা টকাও হাতত লাগে। যোৰহাট টাউনৰ পৰা দুমাইলমান গাওঁখনলৈ সোমাই যাব লাগিব। ৰিক্সাত যোৱাৰ সুবিধা আছে যদিও তাইৰ পক্ষে ৰিক্সাত উঠাও সহজ নহয়। আহোঁতে-যাওঁতে বাছৰ ভাড়া টকা আঠৌটাকৈ গোটাবলৈ বহুত চিন্তা কৰিব লাগে। তাতে একেবাৰে অকলশৰে কাহানিও যোৱা নাই। এইবোৰ চিন্তাকে কৰি থাকোতেই ৰতাহীয়ে এদিন বগীৰপৰা চিঠি এখন পালে। "মহাদেউ ঢুকুওৱাত মাহীহঁতৰ বৰ বেয়া লগাত মোক কেইমাহমান ৰখাইছে। গতিকে তইঁতে চিন্তা নকৰিবি। মোক নিবলৈও মানুহ পঠাব নালাগে। মই সুখতে আছো।"

মাকৰ কথা বাদেই, চিঠি পাই অনন্তও হতবাক হ'ল। মাহীয়েকৰ অৱস্থা কেনেকুৱা সিহঁতে নজনা নহয়। সিহঁতৰ খাবৈয়াও বেছি। ছোৱালীয়েই চাৰিজনী, ল'ৰাহে এটা। ছোৱালীকেইজনী সৰু হৈয়ে আছে। এজনীহে গাভৰু হৈছে হ'বলা। মহাকেনো কি কৰি সেই সোপাক পোহপাল দিছিল কোনেও নাজানে। কিন্তু ৰূপহৰ মুখত এইযাৰ কথা সিহঁতে প্ৰায়ে শুনে যে গাঁৱৰ মানুহ সিহঁতৰ ঘৰলৈ বৰকৈ নাযায় যদিও পুৱা-গধূলি সিহঁতৰ ঘৰৰ পদূলিত চাইকেল, ভট্‌ভটীৰ অভাৱ নাই। অহা আহে, যোৱা গৈ থাকে।

দিন যোৱাৰ লগে লগেই বগীৰ চিন্তাই ৰতাহীক খুলি খুলি খাইছে। তাই ভাবে, অভাৱী মানুহৰ হাতী এটা পোহনে মানুহ এটা পোহনে একে কথা। তাতে লোকৰ গাভৰু ছোৱালী এজনীৰ দায়িত্ব লোৱাটোও কম কথা নহয়। মতা মানুহ নাইকিয়া ঘৰখন যেতিয়া নিশ্চয় ভনীয়েক তাইক লৈ আৱদ্ধ। অৱশ্যে ভনীয়েক তাইৰ দৰে খেতি পথাৰলৈ ওলাব নালাগে। এতিয়ামানলৈ তাই চাগে ৰুবলৈ তুলিবলৈ পাহৰিলেই। টাউনৰ ওচৰৰ গাঁও, খেতি বুলিবলৈ নায়েই। আজিকালি প্ৰায় মানুহেই খেতিমাটিবোৰ বিক্ৰী কৰি দিয়াত চাকৰিয়াল মানুহবোৰে ঘৰ সাজি সাজি মাটিবোৰ শেষ কৰি পেলালে। ভনীয়েকক বিয়া দিওঁতে ভাতে-শুৱালে থকা ঘৰলৈকে দিছিল। শহুৰেকৰো বহুত মাটি সম্পত্তি আছিল। বৃদ্ধ বয়সত বুঢ়াক এটা পুতেকেও নোচোৱাত মাটিবাৰী সোপাকে বিক্ৰী কৰি বুঢ়াই মদে-ভাঙে সমানে খাই মৰিল। হুন্দ-কাজিয়া কৰি পুতেককিটাই ভেটিৰ মাটিকণহে পালে। আটাইকেউজন পুতেকেই বাপেকৰ বৃত্তিকে লোৱাত কোনোজনৰ ভেটিকণো নৰ'ল। ৰতাহীৰ ভনী-জোঁৱাইও সেইটুপিৰ বাবেই পেটিত

ঘাঁ লাগি মৰিল বুলিহে তাই জানে। তথাপি মানুহটো জীয়াই থাকোতে যেনেতেনে পোহপাল দিছিল। এতিয়া চলিছে কেনেকৈ সেইটো এটা ডাঙৰ প্ৰশ্ন। অথচ জীয়েকে মাহীয়েকৰ ঘৰত সুখতে আছোঁ বুলি লিখিছে।

ভাবি থাকোতেই বতাহীৰ চিন্তা দুগুণে বাঢ়ি গ'ল। নিজৰ অক্ষমতাৰ কথা ভাবি শোকে খুন্দা মাৰি ধৰিলে। পুতেক অনন্তকো এই কথাবোৰ ক'বলৈ মন নাযায়। কিয়নো এইবাৰ তাৰ হাইস্কুল শেষ হ'ব। বাছনি পৰীক্ষাৰ বাবে সি যিমান পাৰে কষ্ট কৰিছে। স্কুলৰ শিক্ষকসকল আহি থাকি সদায় একেটা কথাকে কয়। 'তোৰ ওপৰতহে আমাৰ স্কুলখনৰ ভৱিষ্যতটো নিৰ্ভৰ কৰিছে। গতিকে তই কিবা অসুবিধা পালেই আমাক জনাবি। পঢ়া ক্ষতি সমূলি নকৰিবি।" সেয়ে মাকেও তাক একো কথা চিন্তা কৰিবলৈ নিদিয়ে। কিন্তু মাকৰ বিপদ এটা হ'লে তাৰ বাদে আনক ক'বলৈ নাই। দেউতাক ঢুকুওৱাৰ পিছৰে পৰা সিয়েই সুখ-দুখ মূৰপাতি লৈছে বুলিহে। নহ'লে বতাহীৰ অৱস্থা পানীত হাঁহ নচৰা হ'লহেঁতেন।

পিৰালিৰ চুকতে জুপুকা লাগি বহি চকুপানী টুকি থকা মাকক অনন্তই পঢ়া টেবুলৰ পৰাই লক্ষ্য কৰিলে। এটা সময়ত সি পঢ়া টেবুলৰ পৰা উঠি আহি মাকক মাত লগালেহি।

"তোৰ আকৌ কি হ'ল?"

"একো হোৱা নাই বোপাই, এই ছোৱালীজনীৰ চিন্তাই মোক জুৰুলা কৰিছে। বাপেকী নাইকিয়া ল'ৰা-ছোৱালীকেইটাৰ লগত মোৰজনীও এৰি দি বৰ গৰ্হিত কাম কৰিলোনেকি? ৰূপহক সুধিলেও একো নকয়। তাৰ বা কি মতলব। তোৰ পৰীক্ষাটোকে হৈ যোৱা হ'লে ..........।"

"বাৰু চিন্তা কৰি নাথাকিবি আৰু পোন্ধৰ দিনৰ ভিতৰতে মোৰ পৰীক্ষা শেষ হৈ যাব। তেতিয়া এদিনৰ বাবে ময়ে গৈ তাইক লৈ আহিমগৈ।"

চাই থাকোতেই পোন্ধৰটা দিন পাৰ হৈ গ'ল। অনন্ত এদিন মাহীয়েকৰ ঘৰলৈ যাবলৈ ওলাল। মাকেও ভনীয়েকৰ ঘৰলৈ যি পাৰে টোপোলা বান্ধিলে। ন বুলি এসাজ খাব। ভনীয়েকেনো ক'ত নখন খাবলৈ পাইছে। তাতে আঘোণৰ পথাৰত ধান দাই তাই ধান অলপমানৰ লগতে টকা অলপমানো পাইছে। ৰোৱা, তোলা কৰা কেইদিনতে তাই বছৰেকৰ খৰছটো যোগাৰ কৰি লয়। হাত দুখনৰ

বাবেই তাই গিৰিয়েক ঢুকাবৰে পৰা কাৰো ওচৰত হাত নপতাকৈ খাইছে। বাপেকী নাইকিয়া ল'ৰা-ছোৱালী যদিও আটাইকেইটাকে পঢ়ুৱাইছে। বগীয়ে নিজৰ দোষতহে স্কুল এৰি গৈছে।

সেইদিনা আবেলিভাগলৈ অনন্ত গৈ মাহীয়েকৰ ঘৰ ওলালগৈ। সি ডাঙৰ হ'বৰে পৰা মাহীয়েকৰ ঘৰ দেখাই নাই। মাহীয়েকৰ ঘৰৰ আগৰ আলিটোত সোমায়েই সি তবধ মানিলে। কঁতো খেৰ-বাঁহৰ ঘৰ এটা দেখিবলৈ নাই। আগৰ হোলা মাটিবোৰতো ডাঙৰ ডাঙৰ বিল্ডিং হ'ল। সি আলিটোকে ধৰিব পৰা নাই। এটা কথাই তাৰ মনত আছিল যে মাহীয়েকৰ ঘৰৰ আগৰ প্ৰধান আলিটোৰ মাজেদি এটা সৰু আলিয়েদি সোমাই যাব লাগে। সৰু আলিটোৰেদি সোমাই কেঁকুৰী এটাতে মাহীয়েকৰ ঘৰ। সেইমতেই সি আগবাঢ়িল।

প্ৰথমে তাৰ সংকোচ লাগিছিল যদিও সেই কেঁকুৰীটোৰ খেৰৰ ঘৰটোতে সি সোমাই দিলে। জুপুৰী ঘৰটোৰ পদূলিত শাৰী শাৰী চাইকেল, স্কুটাৰ, হিৰ'মেজেষ্টিক আদি দেখা পালে। মাহীয়েক চোতালতে বহি আছে। ল'ৰা এটা যোৱা দেখি আটাইকেইজনে তাৰ মুখলৈ চাইছেহে হয়, কিন্তু কোনেও চিনি পোৱা নাই। সিহে মাহীয়েকক চিনি পালে। "মাহী কি খবৰ? চিনিকে পোৱা নাই হ'বলা? আজি কিবা সকাম-নিকাম পাতিছে নেকি?"

"অ' এইটো অনন্ত নহয়নে? আহ, আহ, বহহি ......। চাওঁ এই মূঢ়াটোতে বহ। বৰ এটা হলি অ'। সেয়ে প্ৰথমে চিনিয়েই পোৱা নাছিলো। তাৰ পিছত অকণমান সময় বৈ খোকোজ্জা লগাকৈ ক'লে — ক'বনো সকামটো পাতিছো অ' ........।"

চোতালতে বহি থকা কেইজনে তালৈ ৰ' লাগি চালে। মাহীয়েকৰ হাতলৈ টোপোলাটো আগবঢ়াই দি সি সুধিলে, 'বগী ক'ত?'

"আছে আছে — আবেলি কিবা খোৱা-বোৱাৰ যোগাৰ কৰিছে। তই ইয়াতে বহচোন বোপাই। আগতে চাহ এটোপাকে খাই ল।'

মাহীয়েক ভিতৰ সোমাই গ'ল। অনন্ত মূঢ়াটোতে জুপুকা লাগি বহি থাকিল। ইমান দিনৰ মূৰত ককায়েকটো আহিছে, ভনীয়েকজনী ওলাই অহা নাই কিয়? আচৰিত। সি একো বুজি নাপাই ভিতৰ সোমাই গ'ল।

ভিতৰ সোমাই গৈ মাহীয়েকে কাৰোবাক ফুচ্ফুচাই কিবা এষাৰ কোৱা

সি শুনিলে। ঘৰটোৰ ভিতৰত দুটা খোঁটালী। প্ৰথমটোত চকী দুখন, টেবুল এখন আৰু সৰু বিছনা এখন। দ্বিতীয়টো খোঁটালি সৰু যদিও বেৰ দি আবৃৰত ৰাখিছে। দাঁতিলৈ চালিৰ দৰে থকাকণেই ৰান্ধনিঘৰ। মাহীয়েক তালৈকে চাহ ৰ ৰিবলৈ সোমাই গ'ল।

অনন্ত এখোজ দুখোজকৈ আগবাঢ়িল দ্বিতীয়টো খোঁটালিলৈ। মাজতে বৈ দ্বিতীয় খোঁটালিলৈ সি বেৰৰ ফুটাইদি জুমি চালে। বগী আৰু মানুহ এজন বিছনাখনৰ ওপৰতে বহি আছে। বগীয়ে তাক কিবা ৰাকি দিছে। মানুহজনে বগীক ওচৰ চপাই আনি কৈছে, ৰূ ........ ৰূ ...... পা.... তুমি ককায়েৰ আ ....... আ......হিলেও ....... তুমি ..... নে নে ...... যা ......ৰা। ইয়াতে থা ......... থাকা। নহ'লে আমাক কোনে আনন্দ দিব। আহাচোন মোৰ ৰূ ...... ৰূ .....পা.......। "আজিলৈ এৰি দিয়ক। ককাইদেউ কেনেবাকৈ সোমাই আহিব। মই ওলাই যাঁও। আপুনি পিছ দুৱাৰেদি ঘৰলৈ যাঁওকগৈ।"

অনন্তৰ ধৈৰ্যৰ সীমা হেৰাই গ'ল। মানুহজনৰ হাতৰ পৰা সজোৰে ওলাই অহা বগী তাৰ মুখামুখি হ'লহি। ক....... ককাইদেউ ....... বুলি মাতোতেই অনন্তই তাইৰ গালত একচৰ লগাই দিলে। 'ইয়াকে কৰিবলৈ আজি ছমাহে নাম সলাই ইয়াত আছহি। ভালে ভালে ঘৰলৈ ব'ল ....... বজ্জাতি .......।

এইদৰে ক'লে যদিও অনন্তৰ খঙটো নদমিল। পুনৰবাৰ তাৰ খং উঠি লাহিল। ওচৰতে পোৱা দুৱাৰ ডাং এডালেৰেই তাইক উৰাই-ঘূৰাই মৰিয়াবলৈ ধৰিলে। মাহীয়েকে অৱশ্যে এনেকুৱা অঘটন ঘটাব বুলি ভবাই নাছিল। যিহেতু নিজৰ ডাঙৰ ল'ৰাৰ ভূমিকা বায়েকৰ ল'ৰাৰ লগত অকণো নিমিলে। কিয়নো তাইৰ ডাঙৰ ল'ৰাই নিজৰ ঘৰলৈ তেনে মানুহ গোটাই আনে। নিজে স্কুটাৰৰ পিছত বহি আহে। দৰকাৰ হ'লে বগী (ৰূপা) থকাৰ কথাও কয়। পিছত সেই কথাবোৰ মাকৰ আগত কৈ যহ কৰে।

তেনেস্থলত অনন্তৰ দৰে সৎ চৰিত্ৰৰ ল'ৰা বায়েকৰ থকাটো তাইৰ চিন্তাই ঢুকিকে নেপাইছিল।

মাতাল কেইটাই সমস্যা দেখি যেনি তেনি দৌৰ মাৰিলে। অনন্তই মৰিয়াই মৰিয়াই বগীক বাহিৰলৈ উলিয়াই আনিলে। বাহিৰত হুলস্থুল শুনি ভিতৰৰ পৰা ঢলকুটীয়াই ঢলকুটীয়াই বিছনাৰ ওপৰত বহি থকাজন ওলাই আহি অনন্তলৈ চাই ক'লেহি, ৰূ-ৰূপ-পাক নেমাৰিবি। ঐ ...... ঐ ..... মই কোন জাননে জাননে? মই

মই মহৰি ম........হ........ৰি। জনাৰ্দন .........ৰ পুতেক। মই ......... মই ........ ৰ ........ৰ...পাক ভাল পাওঁ।

অনন্তই হিতাহিত জ্ঞান হেৰুৱাই পেলালে। বগীক চোতালতে ঘটালি বহুৱাই থৈ মাতালটোলৈ চোঁচা ল'লে। হাততে পোৱা কাঠডালেৰেই তাক এনেদৰে মৰিয়ালে যে তাৰ নাকে-মুখে তেজ বাহিৰ হৈ মাটিত পৰি গ'ল। তেনে মানুহৰ ঘৰৰ মাতালৰ লগত লগা কাজিয়া ভাঙিবলৈ কোনো মানুহ আগবাঢ়ি নাহিল। আঁতৰৰ পৰাই দুই একে চিঞৰ-বাখৰত ভুমুকা-ভুমুকি কৰিলে যদিও ওচৰ চাপি আহিবলৈ কোনেও ইচ্ছা প্ৰকাশ নকৰিলে।

অৱশেষত মাহীয়েকো থৰ্ থৰ্ কৰে কঁপিছে। এটা সময়ত উপায়ন্তৰ হৈ টেটুফালি চিঞৰিবলৈ ধৰিলে, 'ৰাইজ। কোন আছে এৰুৱাই দিয়কহি অ' মানুহটো মৰিব এতিয়া। আহক অ' বেগেতে আহক। মানুহটো মৰিব এতিয়া। মুখেৰে তেজ ওলাই গৈছে। আহক, অ' আহক।......।"

অনন্তই তিৰ্যক দৃষ্টিৰে চাৰিওফালে চালে — নাই, মাহীয়েকক সহায় কৰিবলৈ কোনো অহা নাই। তেনেহ'লে এইখন গাঁৱতো জীয়া মানুহ আছে। যিবিলাক মানুহে ঘৃণা কৰিব জানে তেনেহ'লে কিয় ডেকাবোৰ ওলাই আহিব পৰা নাই?

অনন্তই পুনৰ চিঞৰি উঠিল। "আহ ওলাই আহহঁক .........। এই নৰক কুণ্ডত জুই লগাই দিওঁ আহ ....... আহহঁক...। গাঁৱৰ ডেকা ল'ৰা; তহঁতৰ বল, শক্তি বিবেক সকলো জলাঞ্জলি দিলি নেকি? এতিয়াই ওলাই আহ; এই নৰক কুণ্ডত জুই লগাই দিওঁ। দেখা নাইনে এখন ঘৰৰ পতনে হাজাৰজনৰ জীৱনলৈ পতন কঢ়িয়াই আনিছে। আহ, আহহঁক, ডেকা ল'ৰা আছ যদি ওলাই আহ — জুই লগাই দিওঁ। তহঁতৰ ভয় নাই মই আছোঁ। এই টাউনৰ ওচৰৰ ডেকা-ল'ৰাবোৰ কেনি গ'ল অ'।

ডেকাবোৰৰ শক্তি নোহোৱা হ'ল নেকি? জুপুৰী এটাত থকা চুলাই মদৰ ঘাটিটো উঠাবলৈ? নাই, নাই ডেকা ল'ৰা আটাইবোৰৰে চকু ফুটিল। বজ্জাতি ছোৱালী। ব'ল বেগেতে ঘৰলৈ ব'ল। মই বাপেকে আজি দেখুৱাই দিলো; আমাৰ গাঁৱত এটা ডেকাল'ৰা আছে। এতিয়াই নহয়, চাই লবিহঁক। মই পুলিচ আনি তহঁতৰ নৰক কুণ্ড উঠাব পাৰোনে নোৱাৰো — ব'ল ........ ব'ল।" ○

# সপোন সুৱদি ক্ষণত

তুষাৰকান্তিয়ে মোলৈ কেইবাখনো চিঠি দিছে। সি বহুত বছৰৰ মূৰত ট্ৰেন্সফাৰ হৈছে। গতিকে তাক সকলো সুবিধা থকা অকলশৰীয়া ঘৰ এটা লাগে। পাৰ্ট হাউচ হ'ব নোৱাৰিব। পৰিৱেশটো আহল-বহল মুকলি হ'ব লাগিব। পূবৰ খিৰিকী খুলিলেই সূৰ্যোদয় দেখিব লাগিব। বিভিন্ন ঋতুৱে কঢ়িয়াই অনা সুগন্ধিত মন-প্ৰাণ আনন্দিত কৰিব পৰা পৰিৱেশৰ এটা আটোম-টোকাৰী ঘৰ হ'ব লাগিব। ভাড়াৰ কথা চিন্তা কৰিব নালাগে ইত্যাদি অলেখ কথাৰে ভৰা এখন দীঘলীয়া চিঠি। লগতে এইটোও লিখিলে যে ঘৰ বিচাৰি পোৱাৰ খবৰ দিলেই সি ট্ৰাকত বস্তু-বাহানি ভৰাই ভাড়া ঘৰত নামিবহি। গতিকে মোৰ দায়িত্ব বাঢ়িল।

হেৰোৱা গৰু বিচৰা আৰু মহানগৰীত সকলো সুবিধাজনক ঘৰ বিচৰা একে কথা। অন্তৰংগ বন্ধুৰ অনুৰোধ কোনোমতে পেলাব নোৱাৰি। তাতে সি অতিপাত চেন্টিমেন্টেল। কাৰোবাক যদি সি কিবা কাৰণত বেয়া পায় তেতিয়াহ'লে গোটেই জীৱনতো এৰাধৰাৰ মাজলৈ আহিবলৈ নিবিচাৰে। সেয়ে মই অফিচৰ কামৰ পৰা দুদিনৰ বাবে ছুটী লৈ ঘৰ বিচৰাৰ কামত মনপুতি লাগিলোঁ। শ্ৰীমতীৰ গালি খাব লগা হ'ল। তাতে ঘৰুৱা কামত মই সম্পূৰ্ণ অমনোযোগী কাৰণে শ্ৰীমতীয়ে এই ছেগতে দুআষাৰ শুনাবলৈ সুযোগ পালে।

অফিচতো সকলোকে তুষাৰৰ ভাড়াঘৰটোৰ কথা ক'লো। দুই-চাৰিজনে অৱশ্যে মোক সহায় কৰি দিম বুলি প্ৰতিশ্ৰুতি দিলে।

এদিন হঠাতে সুযোগ মিলিল। ঘৰ এটাৰ সন্ধান মোৰ অফিচৰ পিয়ন এজনে দিলে। কেইবাটাও বছৰ সেই ঘৰটো 'ছোৱালী মেচ্' আছিল। এবাৰ এটা ঘটনাই ঘৰৰ মালিকজনীক বৰ বিপদত পেলালে। সেয়ে মানুহগৰাকীয়ে ছোৱালীবোৰক ঘৰটো খালি কৰিবলৈ নিৰ্দেশ দিলে। এদিন কথা প্ৰসংগত ঘৰৰ মালিকজনীয়ে মোৰ অফিচৰ পিয়ন বীৰেনক ভাল মানুহ পালে জনাবলৈ কৈছিল। বীৰেনে মোক কোৱাৰ লগে লগেই মই স্কুটাৰত তাক বহুৱাই ভাড়া ঘৰটো ওলালোগৈ।

চিনাকি পৰ্ব শেষ হোৱাৰ পিছতে মই ভাড়া ঘৰৰ কথা উলিয়াই বন্ধু এজনৰ কথা কোৱাত প্ৰথমে অকলশৰীয়া মানুহ এজনক ঘৰটো দিবলৈ ইচ্ছা কৰা নাছিল। তাতে তেখেতে সেই ভাড়া ঘৰৰ মানুহৰ পৰা নিজেও বিপদে আপদে নিৰাপত্তা এটা বিচাৰে। স্বামীহীনা মানুহগৰাকীৰ সৰু ল'ৰা এটাৰ বাদে লগত কোনো নাথাকে।

মই বন্ধুৰ গুণানুকীৰ্তন এনেদৰে কৰিবলৈ লাগিলো যে মানুহগৰাকীয়ে দিম বুলি ক'বলৈ বাধ্য হ'ল। তুষাৰলৈ খবৰ দিয়াৰ লগে লগে সি আহি ঘৰটো লোৱাৰ কথা কোৱাত মানুহগৰাকীয়ে চাবি একোছা উলিয়াই আনি মোৰ হাতত দি ক'লে — "মই বিশেষ কামত এসপ্তাহমান নাথাকিম। আপুনি সকলো দায়িত্ব লৈছে যেতিয়া বন্ধুজনক এই চাবিকোছা দি দিব। যিকোনো মুহূৰ্ততে ঘৰটো সোমাব পৰা অৱস্থা এটা কৰি থৈছো। আপুনিও ইচ্ছা কৰিলে ভিতৰৰ সা-সুবিধাখিনি চাব পাৰে।"

বাহিৰটো চকু ফুৰায়েই মই ঘৰটোৰ সা-সুবিধাৰ কথা বুজিব পাৰিলো। সি বিচৰা এটা পৰিবেশ ঘৰটোত দেখিবলৈ পালো যদিও তলা খুলি সোমোৱাৰ পিছত মোৰ মনটো আনন্দেৰে ভৰি পৰিল। ইমান সুবিধা থকা ঘৰ এটা হঠাতে পোৱাত মই অতিশয় আনন্দিত হ'লো। পেটে পেটে ভাবিলো শ্ৰীমতীৰ লগত কাজিয়া লাগিলেই মই এইবাৰৰ পৰা ভুৰুংকৈ তুষাৰৰ ওচৰলৈ গুচি আহিব পাৰিম। অকলশৰীয়া মানুহ এটালৈ অৱশ্যে ঘৰটো বৰ ডাঙৰ হ'ল। অৱশ্যে সি কি কৰে কৰিব। ভাড়াও কোম্পানীয়ে দিব যেতিয়া তাৰ চিন্তা কিহৰ। অবিবাহিত মানুহৰ পা-পইচা খাই কোনে? বৰ্তমানলৈকে সি অবিবাহিত হৈ থকা কথাটোৱে মোক গভীৰ ৰহস্যৰ মাজলৈ লৈ যায়। এইবাৰ ৰক্ষা নাই। ডাঙৰ ঘৰ বন্দবস্ত কৰি দিলো যেতিয়া সঙ্গীও নিজেই বিচাৰি ঘৰ-সংসাৰ পাতি দিম। সংসাৰত কি ছোৱালীৰ অভাৱ হৈছে?

ঘৰ বন্দবস্ত হোৱাৰ পিছ দিনাই তালৈ টেলিফোন কৰি সকলো জনাই দিলো। প্ৰথমে মোৰ ঘৰতে নমাৰ কথাও ক'লো।

দায়িত্ব এটা পালন কৰাৰ পাছত মোৰ মনৰ গধুৰ ভাৱটো আঁতৰিল। ঘৰলৈ আহি শ্ৰীমতীক কোৱাত তেওঁ হাঁহি মাৰি ক'লে, 'মই তোমাৰ তুষাৰকান্তিৰ নামহে শুনিছো। অন্তৰংগ বন্ধু বুলি সগৌৰৱে ঘোষণা কৰা হয়, কিন্তু ক'তা? তোমাৰ বিয়ালৈও নাহিলচোন। বন্ধুপত্নীক চাবলৈও নাহিল। আমাৰ প্ৰথম সন্তানৰ

জন্মতো নাহিল। তথাপি তুমি কোৱা তেওঁ তোমাৰ অন্তৰংগ বন্ধু। জানো পাই দেখিলেহে লেখিম তোমাৰ কেনেকুৱা বন্ধু।'

"দেখিবা নহয়, সি কিমান অমায়িক। জীৱনত এবাৰ বৰ দুখ এটা পালে। তেতিয়াৰ পৰা সি বৰ অভিমানী হ'ল। মোৰ ওচৰলৈ অহা নাই হয়, তথাপি চিঠি পত্ৰ দি মোৰ লগত যোগাযোগ ৰাখিছে। বিয়াত নহাকৈয়ে কিমান সহায় কৰিলে তুমি শুনিলে আচৰিত হ'বা। জোনাকৰ জন্মৰ পিছত মোলৈ পাঁচ হাজাৰ টকা পঠাই দিছে। সেয়ে সি নাহিলেও তাক মই বেয়া পাব নোৱাৰো। সিও মোৰ ওপৰত ভৰষা কৰাদি আনৰ ওপৰত কৰিব নোৱাৰে। ঘৰ লোৱাৰ কথাটোলৈকে নোচোৱা কিয়? মই সকলো কৰি দিছো সি মাত্ৰ সেমাৰাহি লাগে। আৰো দৃঢ় বিশ্বাস মই সি বিচৰা ঘৰটোকে বিচাৰি দিব পাৰিম। ভালেই হৈছে দিয়া। আমিও অকলশৰীয়া মানুহ। বিপদে আপদে মাত এষাৰ মাতিবলৈ লগ এটা পালো।

নিৰ্দিষ্ট দিনা তুষাৰ আহি আমাৰ পদূলিত ৰ'লহি। ট্ৰাকৰ শব্দ শুনিয়েই ময়ে শ্ৰীমতীয়ে উধাতু খাই বাহিৰলৈ ওলাই আহিলো।

হাঁহি হাঁহি হাত জোকাৰি জোকাৰি সি নামি আহি জোনাকক কোলাত তুলি লৈ শ্ৰীমতীলৈ চাই ক'লে, "একেবাৰে আপোনাৰ দৰে হৈছে জানে। ই অৱশ্যে কাৰ নিচিনা হোৱা হ'লেহে বেছি ভাল পালেহেঁতেন জানেনে? আপোনাক নকয় নে বাৰু?"

"হ'ব হ'ব বাৰু। ব'ল, এতিয়া ভিতৰলৈ ব'ল। ইমানদূৰ ট্ৰাকত আহিছ হাত মুখ ধুই চাহ খাই ল'। ট্ৰাকখন একেবাৰে ভাড়া ঘৰলৈ লৈ যাব লাগিব। মোৰ হাততে ভাড়াঘৰৰ চাবিও আছে। তোৰ ট্ৰাকৰ বস্তু দেখি আহিছো সঁচাকৈয়ে তই অকলশৰীয়া নে?"

অকস্মাতে তুষাৰ গহীন হৈ গ'ল। তাক সহজ কৰিবলৈ মই ঢকা এটা মাৰি ভিতৰলৈ লৈ গ'লো। পিছে পিছে শ্ৰীমতী ভিতৰলৈ সোমাই আহি চাহ কৰিলেহি।

তুষাৰ আৰু ড্ৰাইভাৰক চাহ খুৱাই আমি গাড়ীত উঠিলোঁ। গাড়ীৰ পৰাই শ্ৰীমতীক চিঞৰিলো — 'আমালৈ ভাত ৰান্ধিবা। খাই-বইহে তোমাক ঘৰ চিজিল লগাবলৈ নিম।'

ঘৰ দেখি তুষাৰে হাঁহি মাৰি ক'লে — 'ঠিকেই। মই এজন উপযুক্ত মানুহৰ হাততহে কাৰ্যভাৰ অৰ্পণ কৰিছিলো।'

ঘৰত বস্তুবোৰ নমাই আমি পুনৰ ঘৰলৈ আহিলো। ভাত-পানী খাই জিৰাই শতাইহে পুনৰ ঘৰ চিজিল কৰিবলৈ শ্ৰীমতীকো লৈ যাম। সেইদিনা তাৰ ঘৰটো সম্পূৰ্ণ চিজিল কৰাৰ পিছত আমি তাক আমাৰ ঘৰতে খাবলৈ নিমন্ত্ৰণ জনালোঁ। এসপ্তাহলৈ সি আমাৰ ঘৰতে খোৱা-বোৱা কৰিলে। কিয়নো তাক ভাত ৰান্ধি খাবলৈ ক'বলৈ আমাৰ সৎ নাপায়। এসপ্তাহ থকাৰ পিছত সি নিজে নিজে ক'বলৈ লাগিল — 'তহঁতে সদায় মোক খুৱাই-বুৱাই ৰাখিবিনে কি - অ'। এসপ্তাহ খালো। আজি ৰাতিৰ ভাত সাজ মই নিজেহে ৰান্ধি খামগৈ। তহঁতে যদি খোৱাৰ কথা কৈ থাক মই বেয়া পাম। খাৰাংখাচ কথা।"

তুষাৰৰ কথা শুনি শ্ৰীমতীয়ে টপৰাই মাত লগালে — 'আজি খাবই লাগিব। মই দিনত মাংস ৰান্ধি ফ্ৰীজত ভৰাই থৈছো।'

সেইদিনা নিশা ভাতপানী খাই তুষাৰ দহ বজাত নিজৰ ঘৰলৈ শুবলৈ বুলি গ'লগৈ। যাঁওঁতে দঢ়াই দঢ়াই দিনত নোখোৱাৰ কথাটোও কৈ গ'ল।

সি ঘৰৰ পৰা ওলাই যোৱাৰ পিছত আমাৰ অজানিতে বুকুখন যেন বিষাই গ'ল। তাৰ অমায়িক সৰল-সহজ স্বভাৱটোৱে আমাক গভীৰভাৱে আকৰ্ষিত কৰি ৰাখিছিল। তাৰ সান্নিধ্যত আমি সংসাৰৰ বহুত কথাই পাহৰি আছিলো। সি সঘনাই নহা কথাটোত আমাৰ প্ৰিয়জনৰ বিদায়ৰ প্ৰাক্মুহূৰ্তত উদ্ৰেক হোৱা দুখ।

আমি তাক কথা কোৱাৰ ভাষা বিচাৰি ফুৰোঁতেই তাৰ কথা শুনি জোনাকে টপৰাই মাত লগালে — 'মামা সদায় আহিব লাগিব কিন্তু। সদায় আহিব লাগিব। নহ'লে তোমাক মই খুবেই বেয়া পাম।'

তুষাৰে তাক কোলাত তুলি চুমা এটা খাই সাউৎ কৰে আমাৰ ঘৰৰ পৰাই ওলাই গ'ল।

কিয় জানো তুষাৰৰ নিঃসংগ জীৱনটোৰ কাৰণে মাজে মাজে মোৰ বৰ দুখ লাগে। সেই সন্দৰ্ভত মই আজিলৈকে তাক একোকে সোধাই নাই। মাথোন মই এটা কথা ভালদৰে জানো যে এজনী ছোৱালীয়ে তাক প্ৰতাৰণা কৰাৰ কাৰণেই তাৰ বিয়াৰ প্ৰতি অনাসক্তি জন্মিল। ঘটনাটো ঘটাৰ পিছত এদিন মই

তাক খোলাখুলিকৈ সুধিব খুজিছিলো, কথাটো আৰম্ভ কৰোতেই সি উত্তৰ দিলে — 'নাৰী চলনাময়ী নীলিম, তই সেই সন্দৰ্ভত একো নুসুধিলে মই সুখী হ'ম।'

তাৰ পিছত বিগত দহটা বছৰে মই তুষাৰক একোকে সোধা নাই। কিন্তু আজি? তুষাৰ যোৱাৰ পিছৰে পৰা শ্ৰীমতীয়ে তাৰ বিষয়ে সুধি সুধি মোক ব্যতিব্যস্ত কৰি তুলিছে। লগতে ইয়াকো কৈছে যে 'তেওঁৰ লগৰে ক'ত যে ভাল ভাল ছোৱালী বিয়া নোহোৱাকৈ থাকি গ'ল। সেইবোৰ মোৰ বয়সৰ ছোৱালী। তুষাৰৰ লগত বয়সৰ ফালৰ পৰাও মিলি যাব। তুমি যদি বন্ধুক সন্মত কৰাব পাৰা মই এসপ্তাহতে বিয়া বন্দবস্ত কৰি দিব পাৰিম।'

"মই সকলো বুজিছোঁ, কিন্তু বিয়া সংক্ৰান্তত মই তাক একোকে সুধিব নোৱাৰো। সি বৰ আঘাত পায়। বৰকৈ সুধিব লাগিলে আমাৰ ঘৰলৈকে নহা হ'ব। দেখা নাই জানো দহ বছৰৰ মূৰতহে আহিছে। যোৱা দহটা বছৰ সি নিজ স্থান ত্যাগ কৰি আঁতৰি থাকিল।"

পিছদিনা বন্ধ বাৰ আছিল কাৰণে আমাৰ ঘৰুৱা কামবনবোৰ স্বাভাৱিকতে দেৰি হয়। মই শুই উঠি পুৱা চাহ খোৱাৰ পিছতেই শ্ৰীমতীয়ে ক'লে, 'আজি বন্ধ যেতিয়া ভাত দেৰিকৈ ৰান্ধিলেও হ'ব। মোৰ গুৰি দাঁত এটা বিষাই আছে। গতিকে ডাক্তৰৰ ঘৰৰ পৰা আহো। আহিহে ভাত ৰান্ধিমহি। তুমি এতিয়া ঘৰতে থাকা। পিছ বেলালৈ ওলাবা। বিৰহী বন্ধুক মাত এষাৰ লগাই আহিমগৈ।"

শ্ৰীমতী ওলাই যোৱাৰ পিছতে মই দুই চাৰিটা কাম কৰি গাটো ধুই আজৰি হওঁ বুলি বাথৰুমত সোমালো। হাতত চাবোন লৈ গাত সানিবলৈ আৰম্ভ কৰিছোঁহে বাহিৰত কোনোবাই কলিং বেল বজালে। মই যিমান পাৰো সিমান সোনকালে গা ধুই টাবেলখনকে পিন্ধি ভিতৰৰ পৰা মাত লগালো, 'অকণমান ৰ'বচোন। মই গা ধুইছো। ঘৰত কোনো নাই।'

'ধুই ওলা। ল'ৰালৰি কৰিব নালাগে। মই তুষাৰহে।'

মই আচৰিত হ'লো। কালি নাহো বুলি নিশা দহ বজাত বিদায় লৈ গৈছিল। আজি পুৱা পুনৰ দহ বজাত হাজিৰ হ'লহি।

টাবেল খনেৰে গাটো মচি মচি মই ওলাই আহি ক'লো, বাঃ বাঃ আমাৰ মৰম সাদৰ তেনে পাহৰিব পৰা নাই। সিচোন নিমাত। পুনৰ সুধিলো

— 'কি হ'ল আকৌ মৌন হৈ আছুচোন?'

'যা কাপোৰ কানি পিন্ধি আহ। মই তোৰ লগত কথা এষাৰ পাতিবলৈ আহিছোঁ।'

মই যিমান পাৰো সিমান লৰালৰি কৰিবলৈ ধৰিলো। মনৰ মাজত অলেখ ভাবৰ বুৰ্বুৰণি। ইয়াৰ লগত আৰু নোৱাৰি। কি যে মেজাজৰ ল'ৰা এটাৰ লগত মোৰ বন্ধুত্ব হ'ল।

তাৰ পিছত কাপোৰ-কানি পিন্ধি আহি তাৰ সম্মুখত বহি ক'লো — 'এতিয়া ক' কি হ'ল তোৰ?'

'তইতো ঘৰৰ মালিকনী কোন সেই বিষয়ে মোক জনাব লাগিছিল।'

"মালিকনীৰ বিষয়ে জনাবলৈ মোৰ কোনো ধৰণৰ আৱশ্যক নহ'ল। কিয়নো তই ঘৰৰ ভাড়া দিবি আৰু থাকিবি। ঘৰটো সুবিধাজনক লাগে বুলিহে তাক তই পাইছ্হই। কিবা অসুবিধাত পৰিছ যদি তই মোক সকলো বুজাই ক'। অকণো কথা নুলুকুৱাবি। ভাড়াঘৰৰ কি অভাৱ হৈছে। বিচাৰিলেই অন্য এটা পাম। গতিকে তোৰ যদি কিবা অসুবিধা হয় ........"

"অসুবিধা আৰু কি? কালি ৰাতি যাঁওতে দেখিলো ঘৰৰ লাইট জ্বলি আছে। নিশ্চয় মালিকনী আহিল। ময়ো ৰাতি হোৱাত মাত নলগোৱাকৈয়ে শুই থাকিলোহি। ৰাতিপুৱা শুই উঠি দুৱাৰ-খিড়িকী খুলি দাঁত ব্ৰাচ কৰিছোঁ, সৰু ল'ৰা এটা আহি মোক ক'লেহি, "খুড়া, খুড়া, আপুনি আহিল। মায়ে আজি পুৱা আমাৰ ঘৰতে চাহ খাবলৈ মাতিছে।" মই বেয়া নাপালো। ভদ্ৰতাৰ খাতিৰত হ'লেও মই চিনাকি হোৱাৰ কথা ভাবি আছিলোঁ। চিনাজনা নথকা মানুহ এজনকে জানো ঘৰৰ চাবিটো দি দিয়া নাই? সেয়ে মই চাহ খাবলৈ বুলি মুখ হাত ধুয়ে গ'লো, ল'ৰাটো ওলাই আহি মোৰ লগত কথা পাতিবলৈ বুলি আৰম্ভ কৰি দিলে।

তাৰ খন্তেক পিছতে ভিতৰৰ পৰা মাত আহিল 'সোণটো, খুড়াক মাতাচোন, মই চাহ দিছো।'

সোণটোৱে হাতত ধৰি মোক ভিতৰলৈ লৈ গ'ল। তললৈ মুখ কৰি চাহ মিলাই থকা মানুহগৰাকীক উদ্দেশ্য কৰি মই ক'লো, 'কালি আপুনি আহিল বুলি মই ধৰিব পাৰিলো। ৰাতি কাৰণেহে মাত এষাৰ দিবলৈ নাহিলো।

আপোনাৰ ঘৰতে আছোহি যদিও চা-চিনাকিয়ে নাই নহয়।'

"চাহকাপ টেবুলখনলৈ আগবঢ়াই দি মোলৈ মূৰ দাঙি চোৱা মানুহজনী দেখি ...........।"

"কি হ'ল মানুহজনীৰ .........."

"একো হোৱা নাই"।

"তেনেহ'লে?"

"তেনেহ'লে আৰু কি? তায়ে বন্দিতা। তই তাইক চিনি নাপালিনে মোৰ লগত ধেমালি কৰাৰ পাং পাতিলি।"

"তই বলিয়া হ'লি নেকি তুষাৰ। মই বন্দিতাক চিনি নাপাম। সেই সুশ্ৰী বন্দিতা। সাগৰ নীলা চকু বৈ পৰা চেলাউৰি। কি তোৰ ভুল হোৱা নাইতো?"

"ভুল মোৰ ইহ জনমত নহয়। তই হয়তো নাজান'। বন্দিতাৰ আগৰ চেহেৰা নাই। এটা ভয়ঙ্কৰ দুৰ্ঘটনাত তাই প্ৰথম সন্তান, কাম কৰা ছোৱালীজনী আৰু গিৰিয়েকক হেৰুৱালে। এইটো ল'ৰাক লৈ তাই জীয়াই থাকিল। পোন্ধৰ দিনৰ মূৰতহে হেনো তাই চকু মেলিছিল। সন্তানটোক মোমায়েকৰ ঘৰত চোৱা-চিতা কৰিলে। তাই প্ৰায় ছমাহ হস্পিতালত থাকিবলগীয়া হৈছিল। সেয়ে গিৰিয়েকৰ শ্ৰাদ্ধাদিও পৰিয়ালৰ মানুহেই কৰিলে। তেতিয়া তাইৰ মুখত যোল্লটা চিলাই পৰিছিল। আগ দাঁত ভাগিল। গতিকে· তোৰ ভুল হোৱা স্বাভাৱিক। গিৰিয়েকৰ পৈত্ৰিক সম্পত্তিৰ এই মাটিখিনি তাই পালে। তাই সুস্থ হোৱাৰ কেইবছৰমানৰ পিছত ঘৰ দুটা সাজি তাই মাকৰ ঘৰৰ পৰা নিজৰ ঘৰলৈ আহিল। ইতিমেধ্য মাকৰো মৃত্যু হ'ল। দুয়োখন ঘৰতে তাইৰ কোনো নাই। এইখিনিলৈকে মই জানিছিলো। তাৰ পিছত বন্দিতা ক'ত হেৰাই গ'ল মই আৰু খবৰ ৰখা নাই। মই আঁতৰি গ'লো। জীৱনত কোনো দিনে বন্দিতাৰ মুখামুখি হ'ম বুলিও ভবা নাছিলো। বন্দিতাৰ ওচৰত মোৰ ক্ষোভ আছে। হৃদয় বিদাৰক দুখ আছে। মই তাইক ক্ষমা কৰিবলৈ ইচ্ছা নকৰো।"

"তাৰ পিছত কি হ'ল?"

"তাই মোক চিনি পাই হুকহুকাই কান্দিবলৈ ধৰিলে। ল'ৰাটো অবাক হ'ল। বহুত সময়ৰ মূৰত সি মোক কি ক'লে জাননে?"

"কি ক'লে?"

"খুড়া, খুড়া, মায়ে সদায় মোক দেউতা ঘূৰি আহিব বুলি কয় নহয়। আমাৰ দেউতাক নেদেখাজনেহে লৈ গৈছিল। নেদেখাজনে এতিয়া ঘূৰাই পঠিয়ালে নেকি? আপুনিয়েই মোৰ দেউতা নে বাৰু? মায়ে দেউতা আহিলত কিয় কান্দিছে, ভালহে পাব লাগে। ৰ'বচোন আপোনাৰ ফটো একপি আছে নহয়, মই আনি দেখুৱাম।"

এইদৰে কৈয়ে সি টেবুল এখনত সজাই থোৱা দেউতাকৰ ফটোখন আনি মোৰ আগত দাঙি ধৰিলেহি।

ফটোখন দেখাৰ লগে লগে মোৰ দুখ নে অভিমান জাগিল মই নিজেই ভাবিব নোৱাৰা হ'লো। ডিঙিত মোক কোনোবাই চেপি ধৰা যেন লাগিল। কোনোমতে মাতটো উলিয়াই তাক ক'লো — 'এতিয়া বাৰু তুমি ফটোখন আগৰ ঠাইত থৈ দিয়াগৈচোন। মই অকণমান সময় আহোঁ' বুলি কৈ পিছলৈ নোচোৱাকৈ ঘৰ পালোহি।

"চাহ নাখালি"।

"নাখালো। তাত আৰু চাহ খাব পাৰিনে? ঘৰ পাই ভিতৰ সোমাইছোহে মই দেখিলো নহয় সোণটো আহি মোৰ ওচৰত হাজিৰ। তাক বুজাই বঢ়াই কোনোপধ্যেই মই ঘৰলৈ পঠাব নোৱাৰিলোঁ। সি মোৰ বিছনাত বহি মোকো বহুৱাই লৈ আড্ডা মাৰিবৈলৈ ধৰিলে। কথাৰ মাজতে কৈ থাকিল। আজিয়ে মোৰ ইমান স্ফুৰ্তি লাগিছে জানা, মই মোৰ হেৰোৱা দেউতাক পালো নহয়। মোৰ দেউতা নাইনে বুলি সদায় লগৰ ল'ৰাবোৰে সোধে। কালিলৈ স্কুললৈ গৈয়ে বন্ধুবোৰক দেউতা ঘূৰি আহিল বুলি ক'ম নহয়। ইত্যাদি ইত্যাদি।"

"এৰা, মোক যে তই ইমান বিপদৰ মাজলৈ ঠেলি দিবি ভৱাই নাছিলো পাই।"

"ভালেই হৈছে তুষাৰ। আজি অ'ত বছৰে এনেদৰেই তই নিঃসংগ জীৱন অতিবাহিত কৰিলি। মই ভাবোঁ, ভগবানে তহঁতৰ মিলন বিচাৰিছে। এই ক্ষেত্ৰত তোৰ কোনো আপত্তি থাকিব নালাগে। হয়তো কিবা এক কপালত লিখনৰ বাবে তই বন্দিতাক হেৰুৱাইছিলি। হয়তো তায়ো তোৰ বিশ্বাসক আজিলৈকে বেয়া দৃষ্টিৰে ল'ব পৰা নাই। তয়ো তাইৰ প্ৰতি বেয়া ভাব লোৱা হ'লে

নিশ্চয় তই বিয়া কৰালিহেঁতেন। গতিকে তই মানসিকভাৱে প্রস্তুত হ'।"

কালিৰে পৰা শ্রীমতীয়ে মোক খাই মাৰিছে। তোৰ মতামত লাগে তেওঁ হেনো ছোৱালী বন্দবস্ত কৰি বিয়াখন পাতি দিব।

"বলিয়া নহবি। তই মোক কি বুলি ভাবিছ? ইমান জটিল কথা এটা সহজ কৰিবলৈ নাযাবি। মই এতিয়া চল্লিশ বছৰ বয়সত বৈবাহিক সূত্র স্থাপন কৰিবলৈ নাযাওঁ। বাকী দিনকেইটাও এনেদৰেই কটাই দিম। মোক শান্তিত থাকিবলৈ দে নীলিম।"

"ৰ'বিচোন। ধৈৰ্য ধৰ। ইমান সময়লৈকে তই চাহকে খোৱা নাই। চাহ কৰোঁগে আৰু এওঁ আহি পাইহিনে চাওঁ।"

"তই মোৰ লগত যাব পাৰিবিনে? মই ভাড়াঘৰ এটা বিচাৰো। তাৰৈ পুনৰ যাব নোৱাৰো। ল'ৰাটোৰে চিগাৰেট আনোগৈ বুলি কোৱাত্তহে এৰি দিছে। তালৈও চকলেট আনিম বুলি কৈ আহিছোঁ।"

"তই অকণো চিন্তা নকৰিবি। মই তোক সকলো সুবিধা কৰি দিম। তালৈকে মোৰ সৌহৃত স্বৰূপ শ্রীমতী ডাক্তৰৰ ঘৰৰ পৰা আহি পাওকহিচোন।"

উঠি গৈ চাহ দুকাপ কৰি আনি মই টেবুলত থৈছোহে জেনেতে দৌৰি সোমাই আহিল জোনাক। তুষাৰক বহি থকা দেখি কথা-বাৰ্ত্তা নাই তাৰ কোলাত উঠি লৈ তাক উৰাই-ঘূৰাই চুমা খাবলৈ ধৰিলে। ইফালেদি চুচুক-চামাককৈ শ্রীমতী সোমাই আহি হাঁহি হাঁহি ক'লে — 'আমাক হ'বলা পাহৰিব পৰা নাই।'

মই পৰিস্থিতিটো নিয়ন্ত্রণ কৰি ক'লো — 'যোৱাচোন কাপোৰ-কানি সলাই আজৰি হৈ আহা তোমাৰ লগত গভীৰ আলোচনা এটাত বহিব লাগে। যোৱা জোনাক বাহিৰত খেলাগৈ। খুড়া থাকিব নহয়। এতিয়া আমনি নকৰিবা।'

শ্রীমতীয়ে কিবা অঘটন ঘটিল বুলি উধাতু খাই গৈ কাপোৰ-কানি সলাই লৰালৰিকৈ আমাৰ ওচৰত বহিলহি। জোনাক বাহিৰ ওলাল নিজৰ খেলাৰ সামগ্রী লৈ।

এইবাৰহে মোৰ আচল সুযোগ মিলিল। সি বেয়া পাব বুলি ভাবি থকা সংকোচ আঁতৰিল। সেয়ে তাৰ মৌনতালৈ ভ্রূক্ষেপ নকৰি মই শ্রীমতীলৈ চাই মাত লগালো, 'বুজিছা মই তুষাৰৰ জীৱনৰ খেলি-মেলিখন অন্ত পেলাব খুজিছোঁ। ইয়াৰ কোনোধৰণৰ অভিযোগলৈ কাণসাৰ নিদি মই বিয়াখন পাতি দিওঁ বুলি ভাবিছোঁ।"

"ছোৱালী?"

"ছোৱালী মই নিজে গৈ বন্দবস্ত কৰিম। কিন্তু তোমাৰ দায়িত্ব বাঢ়িব। ইয়াৰ ঘৰত কোনো নাই নহয়, সেয়েহে আমাৰ ঘৰৰ পৰাই দৰা হৈ ওলাই যাব লাগিব। নহ'লে মেজিষ্ট্ৰেট আনি .......।"

"হ'ব, হ'ব তোমাৰ যি ইচ্ছা তাকেই কৰিবা, মই মাত্ৰ দৰাৰ বেশত দেখা পালেই সুখী হ'ম। তেনেহ'লে বন্দবস্তৰ ভাত-সাজ ময়ে আয়োজন কৰোঁ নহ'লে কইনাকো নিমন্ত্ৰণ জনাওঁ। পিছে কইনা বা কোন?"

"ধেৎ। কইনা ঠিক হোৱা নাই নহয়। আমি বাৰু এতিয়া ওলাই যাঁওঁচোন। তুমি ভাত-পানীৰ আয়োজন কৰা।"

বজ্ৰপাত পৰা মানুহৰ দৰে জঠৰ হৈ বহি থকা তুষাৰক প্ৰায় যোৰ কৰি উঠাই লৈ গ'লো.

একেকোৱেই দুয়োটা গৈ বন্দিতাৰ ঘৰ ওলালোগৈ।

দুপৰীয়া নিৰিবিলি ক্ষণ। চাৰিওদিশতে নীৰবতাই বিৰাজ কৰিছে। কলিং বেল বজাৰ লগে লগে বন্দিতা ওলাই আহিল। মাকৰ কাষতে কান্দি কান্দি ৰৈ আছে সোণটো। তুষাৰক দেখাৰ লগে লগে সি একে জাপে কোলাত উঠি লৈ তাক কিয় এৰি গৈছিল তাৰ কৈফিয়ৎ দাখিল কৰিবলৈ ধৰিলে। তুষাৰ নিমাত। অচল অটল। সি কি ভাবিছে মই একোকে ধৰিব পৰা নাই। চল্লিশ বছৰ বয়সত ভৰি দিয়া তুষাৰ ইমান নিৰ্বিকাৰ হোৱাৰ অৰ্থ কি? কিয় অযথা হা-হুমুনিয়াহ। হা-হুমুনিয়াহ দুখ-বেজাৰক শান্তিৰে ফুলাবলৈ বিচাৰিলেইচোন জীৱন মধুময় হৈ পৰে। আহক প্ৰচণ্ড ধুমুহা। ভাগি নপৰিলেই হয়। ধুমুহাই যদি নাহে জীৱন মধুৰতম হয়নে? সকলো পৰিস্থিতিকে আকোঁৱালি লৈ কদৰ্যতা নেওঁচি আগবাঢ়ি যাব পৰাটোৱেই সাৰ্থক জীৱন বুলি ভাবো।

তুষাৰলৈ মোৰ খং উঠিছিল যদিও তাৰ মনৰ জগতখন চুকি পোৱাৰ কাৰণেই তাক টানকৈ একোকে নক'লো। তুষাৰ আৰু সোণটোক টানি নিয়াৰ দৰেই নি বিছনা এখনত বহুৱাই দিলো। ওচৰতে ময়ো বহি বন্দিতালৈ চাই ক'লো, 'বহাঁচোন, বন্দিতা, তোমাৰ লগত মোৰ বহুত কথা আছে। প্ৰথমতে তুমি মোক ক্ষমা কৰিব লাগিব। মই তোমাৰ ওচৰলৈ ভাড়াঘৰ বিচাৰি আহোঁতে

তোমাক চিনি পোৱা নাছিলো। তুমি হয়তো জানা, মই বৰ খাৰাংখোচ মানুহ। তুষাৰৰ নিচিনা চেন্টিমেন্টেল সমূলি নহয়। যোৰহাটৰ পৰা আঁতৰি থকা দহ বছৰৰ পিছত মই পুনৰ যোৰহাটলৈ আহিছোঁ। তুষাৰৰ একে অৱস্থা, কলেজীয়া জীৱনৰ মধুৰতা এতিয়া মোৰ সোঁৱৰণী হ'ল। অতীতক লৈ মই তুষাৰৰ দৰে পাগল হ'ব নোৱাৰো। মই জীৱনটো সৎভাৱে উপলব্ধি কৰিবলৈ বিচৰোঁ। সকলো সৎ কামৰে একো একোটা সৎ ফলাফল থাকে। তাক মই গ্ৰহণ কৰিব লাগে বুলিহে জানো। এতিয়া তুমিয়েই ভাবাচোন বন্দিতা, কলেজীয়া জীৱনত লগ পোৱা এজনী ছোৱালীক জীৱনৰ চাকনৈয়াত পৰি তুষাৰে হেৰুৱাবলগীয়া হ'ল। তাৰ পিছত অন্য এজনী বন্দিতাক লাভ কৰাৰ লগতে যদি এটি ফুলকুমলীয়া নিষ্পাপ শিশুকো পিতৃৰ মহানুভৱতাৰে গ্ৰহণ কৰিব পাৰে তাত ক্ষতি কি? মোৰ বোধেৰে ক্ষতিতকৈ লাভৰ সংখ্যাই বেছি হ'ব। তাকে বুজাবলৈ মই অকলে সাহস কৰিব নোৱাৰি ইয়াক তোমাৰ ওচৰলৈ লৈ আহিছোঁ। বন্দিতা মই তোমাৰ মতামতৰ কোনো কথাই শুনিবলৈ বিচৰা নাই। এই ক্ষেত্ৰতো যদি তুমি সামাজিক স্বীকৃতি বিচৰা নাই মই কালিলৈ মেজিষ্ট্ৰেট মাতি আনি ঘৰতে কামটো সমাধা কৰিম। ইতিমধ্যে সোণটোৱে হেৰোৱা পিতৃক বিচাৰি পালেই। মই ভাবিছোঁ তুমিও হেৰোৱা স্বামীক ঘূৰাই পালা বুলি ভাবি নিজকে সতী বেউলাৰ আসনত বহুৱাই লোৱা"।

তাৰ পিছত মই কালিলৈৰ কাৰণে যা-যোগাৰ কৰোঁগে বুলি থিয় দিলো আৰু তুষাৰক বহি থকাৰে পৰা উঠাই আনি বন্দিতাৰ সোঁহাতখন মিলাই দিলোঁ। সোণটোৱে খিল্‌খিলকৈ হাঁহিবলৈ ধৰিলে। ময়ো উচ্চস্বৰে হাঁহি হাঁহি সজোৰে কোঠালিটোৰ পৰা ওলাই আহিলো। ○

# বন্ধুৰ মৃত্যুত

'ৰ'ব!'

মৃত নীলিময় চৌধুৰীক মৃত্যুৰ আগে পিছে পুনৰ এবাৰ লগ পাওঁ। তেওঁৰ সান্নিধ্যত থকা দিনবোৰ প্ৰাণ প্ৰাচুৰ্যেৰে ভৰা আছিল। সমাজৰ সকলো দিশতে আগভাগ লৈ কাম কৰি ফুৰি সকলোৰে পৰা মৰমৰ প্ৰাৰ্থী হৈছিল। বিশেষকৈ অস্তিত্ব ৰক্ষাৰ আন্দোলনত সকলো দিশতে সক্ৰিয় হৈ কাম কৰি আদৰ্শৰ তুঙ্গত উঠা নীলিময় যে হঠাৎ এনেদৰে আমাৰ মাজৰ পৰা হেৰাই যাব তাক আমি কল্পনাই কৰা নাছিলো। তেনে এজন বন্ধুৰ বিয়োগত মই বাৰুকৈয়ে ভাগি পৰিম যেন লাগিছিল। বন্ধুৰ কথাই মোক প্ৰতি মুহূৰ্ত্ততে ভৰাই তুলিবলৈ ধৰিলে। ভাব হ'ল, এনে এজন বন্ধুৰ অকাল বিয়োগ নঘটা হ'লে নহয়নে? মৃত্যু অৱধাৰিত। 'কঠিন শিলত কটা নিৰ্লোভ ভাস্কৰ্য' বুলি কবিয়ে ক'লেও এনে প্ৰাণবো প্ৰাণৰ বন্ধুৰ অকাল মৃত্যুক সহজভাবে আঁকোৱালি ল'ব পাৰিনে? কিন্তু মই মানে সুবিমল বৰুৱাই সহজভাবে আঁকোৱালি ল'ব পৰা হ'লো। তেনে এজন প্ৰাণৱন্ত বন্ধুৰ মৃত্যুৰ কথা ভৱাৰ লগে লগেই মোৰ প্ৰাণটোৱে প্ৰেৰণা পোৱাৰ দৰেই পাবলৈ ধৰিলে। মই এতিয়া সংসাৰৰ কাঁইটত কুহুমবুলীয়া খোজ কাঢ়িবলৈ উধাউল হৈ পৰিলো। মোৰ জীৱনৰ বাকী থকা কামখিনি মানুহৰ বাবে কৰি যাম বুলি দৃঢ় প্ৰতিজ্ঞ হ'লো। মই মোৰ বুকুত অহৰহ দুঃস্থ, নিঃস্বজনৰ কৰুণ আৰ্তনাদ শুনিবলৈ পালো। নিঃসহায়া দুচকুৱে মোক হাত বাউল দি মতা দেখিবলৈ পালো। মই চিঞৰি চিঞৰি ক'বলৈ মন কৰিলো মই মানুহ হ'ম। মই মানুহৰ দৰে জীয়াই থাকিম। মানুহৰ সুখ-দুখ হাঁহি-কান্দোনৰ মাজত মোৰ এই ক্ষুদ্ৰ প্ৰাণটো বিসৰ্জন দিম। মানুহৰ দুখত কান্দিম আৰু সুখত প্ৰাণ খুলি হাঁহিম। মানৱতাৰ বাবে মোৰ ক্ষুদ্ৰ জীৱনৰ সকলো স্বাৰ্থ জলাঞ্জলি দিম — ইত্যাদি অনেক কথাই মোৰ হিয়াত হেন্দোলনি তুলিবলৈ ধৰিলে।

কিন্তু মই কোনো দিনে প্ৰিয় বন্ধুজনৰ সংবাদ কঢ়িয়াই ফুৰা মানুহবোৰৰ পৰা ৰক্ষা নোপোৱা হ'লো। অনবৰতে এই মানুহবোৰে মোক আমনি দি থাকিবলৈ ধৰিলে। কিয়? কিয় এনে হ'ল? তুমি ক'বানে? মোৰ বন্ধু-বান্ধৱী সকলোবেই ধৰি ল'লে মই মোৰ বন্ধুৰ কাহিনী সকলো জানো। কিন্তু মই তাক লুকুৱাই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছোঁ। কিন্তু মই কাক বুজাই দিম। সেই হত্যালীলাৰ বিষয়ে যে একোকে নাজানো। ঠিকেই মোৰ বন্ধুৱে সেইদিনা ঘামি-জামি মোৰ ওচৰ ওলাইছিলগৈ। মই একো গম পোৱা নাছিলো. গতানুগতিকভাৱ মই তাৰ লগত কথা পাতিছিলো আৰু একাপ চাহো যাচিছিলো। সি পৰম তৃপ্তিৰে চাহ কাপ খাইছিল। তাৰপিছতেই নীলিমক বিচাৰি ল'ৰা এজন আহি তাক কৈছিলহি — “আপোনালোকৰ ঘৰত থকা বাসন্তীয়ে আত্মহত্যা কৰিলে। আপোনাক বেগেতে মাতিছে।” নীলিমৰ লগতে দুৱাৰ ঘৰ বন্ধ কৰি সেই সময়ত মই সিহঁতৰ ঘৰলৈ দৌৰ মাৰিলো। তাইৰ নিষ্পাপ, নিষ্কলুষ মুখখনে মোক অনবৰতে আমনি দিবলৈ ধৰিলে। বন্ধুৰ বিপদৰ সময়ত মই অকপটে সহায়ৰ কাৰণে মোৰ দুয়োখন হাত তালৈ আগবঢ়াই দিছিলোঁ। সেই কথা প্ৰতিবেশী সকলোৱে দেখিছিল। মই বাৰে বাৰে টেলিফোনটো দাঙি ল'ব লগা হৈছিল। মোৰ প্ৰিয় বন্ধুৰ দোৰ্ঘোৰ বিপদকালত মই মৌনতা অৱলম্বন কৰি বহি থাকিবলৈ বিচৰা নাছিলো। অৱশ্যে সেই ৰহস্যজনক মৃত্যুৰ কথা নভবাকৈ থকা নাছিলো। পুলিচ আহি পোৱাৰ আগতেই বাসন্তীৰ ডিঙিৰ ৰচিদাল কাটি দিয়া হৈছে। পুলিচ আহি দেখিয়েই প্ৰশ্ন কৰিলেহি ‘ৰচিদাল যে কাটি দিব নালাগে সেই কথাও আপোনালোকে নাজানে নে? ঘৰৰ সকলো মানুহৰ উপস্থিতিত তাই এই কাম কেনেকৈ কৰিলে ইত্যাদি অলেখ প্ৰশ্নৰ উত্তৰ দিব লগা হৈছে নীলিময় চৌধুৰীৰ মাকে। মাকে সমবেত সকলৰ আগত খুব সহজ হৈ দেখুৱাবলৈ বিচাৰিছিল যদিও মুখখনত এটা অস্বাভাৱিক ৰূপ ধৰা পৰিছিল। মই চিন্তিত নোহোৱাকৈ থকা নাছিলো। বিন্দু বিন্দুকৈ জিলিকি উঠা ঘামৰ কণিকা মই মুহূৰ্তে মুহূৰ্তে মচিব লগা হৈছিল। সেই কথা গোটেই খোৱা সকলো মানুহেই দেখা পাইছিল ; সকলো মানুহে নীলময়ৰ উদাসীনতাও ধৰা পেলাইছিল। ঘৰখনৰ প্ৰতিজন মানুহৰ মুখত এনেকুৱা এটা ভাব ফুটি উঠিছিল যে সাত বছৰ বয়সতে অহা ছোৱালীজনীৰ আত্মহত্যা কৰা কথাটো

যেন নিচেই সাধাৰণ। সেই বিষয়টো লৈ ভাবিবলৈ সেই সময়ত কাৰো অৱসৰেই নাছিল। এক গতানুগতিক ঘটনাত পৰিণত কৰি পুলিচৰ কামৰ অন্তত নীলিময়ৰ দেউতাকে ঠেলা গাড়ী এখনত পোষ্টমৰ্টেমৰ কাৰণে শটো তুলি দিওঁতে লৰালৰিকৈ তেখেতৰ প্ৰাণপ্ৰিয়াই আহি পিছফালৰ বাৰাণ্ডাত পাৰি থোৱা ফটা বস্তা এটাই বাসন্তীৰ স্ফীত পেটটো ঢাকি দিছিল। আমি নিৰ্বিকাৰ হৈ সেই দৃশ্য চাই আছিলো। সেইটো দৃশ্য দেখাৰ পিছত মোক সঁচাকৈয়ে পশু পশু যেন লাগিছিল। কিয়নো ময়ো পশুৰ দৰে থাকিবহে পাৰিছিলো। মানুহৰ দৰে মাত মাতিব পৰা নাছিলো। মোৰ বাৰু মনটোৱে ভাবিছিল নেকি — এজনী চাকৰণী ছোৱালীৰ মৃত্যুতকৈ মোৰ বন্ধু ডাঙৰ। সেয়ে হয়তো সেই জঘন্য সময়খিনিত মই সহায় কৰাৰ মানসেৰে নীলিময়ৰ পিছে পিছে দৌৰি ফুৰিছিলো। তাৰ পিছত অলেখ ঘটনা মই সহস্ৰজনৰ মুখৰ পৰা শুনিবলৈ পালো। উপায় বিহীন হৈ মই বন্ধু বৰ্গৰ পৰা আঁতৰি ফুৰিবলৈ ল'লো। অসমৰ প্ৰতিখন কাকততে সৃষ্টিশীল ৰচনা লিখা মানুহজনে হঠাতে কিয় কলম সামৰি থ'লে এই প্ৰশ্ন লৈ বুদ্ধিজীৱী মহলত এক মৃদু আলোড়নৰ সৃষ্টি কৰিলে। বহুতে গোপনে গোপনে আলোচনাও কৰিলে, নীলিময় চৌধুৰীৰ ঘৰৰ হত্যাকাণ্ডৰ লগত ময়ো জড়িত বুলি। নহ'লেনো সেইদিনা মই ইমানকৈ তাক সহায় কৰি দিওঁনে? মোৰ উপস্থিতিৰ কাৰণে নীলিময়ৰ দেউতাক থানালৈ গৈছিল সেই সময়খিনিতে। আকৌ সেইকণ সময়তে দৌৰা দৌৰিকৈ ডাক্তৰৰ ওচৰলৈ গৈছিল। মোকে শটোৰ লগত গৈ ডাক্তৰৰ ওচৰত ৰ'বলৈ নিৰ্দেশ দিছিল। নীলিময়ৰ মাকে পুতেকক টানি নি কোঠালি এটাত সুমুৱাই ৰাখিছিল। মানুহে যাতে ভাবক, সৰুৰে পৰা থকা ছোৱালীজনীৰ আত্মহত্যাত সি বৰ আঘাত পাইছে। তাৰ পিছত নীলিময়ৰ কোনো চিন্তাই নাছিল। পুনৰ গতানুগতিক জীৱন আৰম্ভ কৰিলে।

মইহে আমাৰ ঘৰলৈ সোঁত বোৱা মানুহ চামৰ পৰা ৰক্ষা পাবলৈ অসমৰ বাহিৰলৈ কিছুদিনৰ বাবে যাবলৈ মনস্থ কৰিলো। নহ'লে মোৰ উপায় নাছিল। ভাবিছিলো, এমাহমান এই জাগ্ৰত মানুহখিনিৰ পৰা আঁতৰি থকাৰ পিছত সম্ভৱ ঘটনাটোৰ পুনৰাবৃত্তি নহয়। আজিৰ মানুহৰ এই তুচ্ছ কথাবোৰ লাগি থাকিবলৈ সমুলি সময় নাই। মোৰ পলায়নবাদী মনটোৰ কথা বহুতে গম পালেও তাকে নকৰিলে মোৰ উপায় নাছিল। ক'ত যাম ঠিৰাং কৰিব নোৱাৰা হ'লো। মোৰ এই ভ্ৰমণ বিলাসৰ কথা কোনো বন্ধু-বান্ধৱৰ আগতো ক'ব নোৱাৰো। তথাপি কালিলৈ টিকট কৰাৰ কথা চিন্তা কৰি হাতত কিতাপ

এখন লৈ বিছনাত পৰিলোহি। তেনেতে কোনোবাই কলিং বেল বজালে। মোৰ নিৰিবিলি কোৱাৰ্টাৰটোত সেই সময়ত কোনো নাছিল। কাম কৰা ল'ৰা গোপালক বজাৰ কৰিবলৈ পঠাইছিলো। সেয়ে নিজেই দুৱাৰখন খুলি দিলোগৈ। নীলিময় আহিছে। আহ, বুলি কৈ তাক একেবাৰে বিছনালৈ লৈ আহিলো। বিছনাখনত দীঘল দি পৰি মেলি থোৱা কিতাপখনৰ পাত এখিলা লুটিয়াব খুজিছোহে সি মাত লগালে,

'অফিচলৈ নগলি কিয়?'

"মই এমাহৰ ছুটী লৈছো। অসমৰ বাহিৰত ফুৰিবলৈ যাম।"

"অকস্মাতে কিয় এই প্ৰগেম ল'লি?"

"কিছুদিন মই মানুহৰ পৰা বিচ্ছিন্ন হৈ থাকিবলৈ বিচাৰিছো।"

"তেন্তে মোৰ কাৰণেও টিকট কৰিবি। মই তোৰ লগত যাম।"

"মোক নিৰিবিলিকৈ থাকিবলৈ দে নীলিময়। মই এনে পৰিস্থিতিত কাৰো সান্নিধ্য বিচাৰিব খোজা নাই। গতিকে তই।"

"তোক মই অকণো আমনি নিদিওঁ। আৱশ্যক নহ'লে তোৰ লগত কথা-বাৰ্তাও নহও। মাত্ৰ মোক তোৰ লগত যাবলৈ দে।"

"মই মানুহৰ ভয়ত এই পলায়নবাদী মনোভাব গ্ৰহণ কৰিছোঁ। তোৰতো মানুহলৈ কোনো ভয় নাই। তেনেহ'লে তোৰ এই ভ্ৰমণ বিলাসৰ আৱশ্যক কিয়? তই এইচাম মানুহৰ লগতে মিলিজুলি দিন অতিবাহিত কৰ। মোৰ জটিলতাৰ মাজলৈ আৰু নাটানিবি।"

"তই মোক বুজিবলৈ চেষ্টা কৰ। মই তোক কথা দিছো। মোৰ কাৰণে তোৰ ভ্ৰমণ কোনোৰকমে তিক্ততাদায়ক হ'ব নোৱাৰে। গতিকে এইকেইটা টকা ৰাখ। মোৰ বাবেও টিকটৰ ব্যৱস্থা কৰিবি। সময়ত জনাবি। মই আহি যাম।"

উপায়ন্তৰ হৈ মই তাক লৈ যাবলৈ বাধ্য হ'লো। আমি যাত্ৰা আৰম্ভ কৰিলো দক্ষিণ ভাৰতলৈ। মোৰ কবি সত্তা সাৰ পাই উঠিল। হাতত কলম লৈ মোৰ অনুভূতি লিপিবদ্ধ কৰিবলৈ লাগিলো। সিও লৈ যোৱা কিছুমান মহৎ গ্ৰন্থসমূহৰ এখন বাছি লৈ পঢ়িবলৈ আৰম্ভ কৰি দিলে। তেতিয়া আমাৰ মাজত আমাৰ প্ৰাণময় বন্ধুত্ব সমূলি নাছিল। দুয়োজন আছিলো অচিন পথৰ যাত্ৰী। ইজনে-সিজনক যেন চিনি নাপাওঁ। অথচ চিনাকি হ'বলৈ প্ৰয়াস কৰা নাই।

কিন্তু মই তাৰ অন্যমনস্কতা ভালদৰে উপলব্ধি কৰিব পাৰিলো। সি গ্ৰন্থ অধ্যয়নৰ নামত যে অভিনয়হে কৰিছে তাক বুজি পাবলৈ মোৰ সৰহ সময় নালাগিল। মোৰ মৌনতা এটা সময়ত তাৰ অসহ্য লাগিবলৈ ধৰিলে। মোৰ লগত কথা পাতিবলৈ সি উচপিচাই থাকিল। কিন্তু মই তাক সমূলি আসৈ দিয়া নাছিলো। যাত্ৰাকালত মোৰ বাবে অধিক তিক্ততাদায়ক হ'ল। কিন্তু লাহে লাহে সি মোৰ লগত সহজ হ'বলৈ ধৰিলে। এটা সময়ত মই তাক কিয় এনে ব্যৱহাৰ কৰিছোঁ, সেই কথাও বাৰে বাৰে সুধিবলৈ ধৰিলে। মই আশ্বস্ত হ'লো। লাহে লাহে মই তাক মোৰ সমস্ত বক্তব্য দাঙি ধৰিলো। মই অকণো দ্বিধাবোধ নকৰাকৈ ক'ব পাৰিলো। মই তোৰ কথা সকলো বুজিছোঁ। তই সমাজৰ এজন মুখা ফুটা অফিচাৰ। সমাজৰ আগত ভব্য গব্য হৈ ষ্টেণ্ডাৰ্ড মিলাই বৰ মানুহ বুজাবলৈ তোৰ আপ্ৰাণ চেষ্টা। তেনেস্থলত তোৰ ঘৰতে চাকৰণী খাটি থকা নিৰক্ষৰ ছোৱালী এজনীক পত্নীৰূপে গ্ৰহণ কৰিব নোৱাৰ। সাত বছৰ বয়সতে আহি তোৰ মাৰৰ কিল খাই তাই তহঁতৰ ঘৰত গেবাৰী খাটিছিল। পুহমহীয়া জাৰতো তাইক তহঁতে মাটিত বস্তা পাৰি শুবলৈ দিছিলি আৰু নিশা এপৰলৈকে তাইৰ হতুৱাই সমস্ত কাম কৰাই লৈছিলি। জহকালি খনিয়া কাপোৰে মায়ে চিলাই দিয়া চোলাটোকে জাৰ কালিও পিন্ধিছিল। জাৰৰ দিনত তাই গাত কোনেও গৰম কাপোৰ পিন্ধা বা লোৱা দেখা নাছিল। মাৰে হেনো তাইৰ আগত যুক্তি দাঙি ধৰিছিল, "ছোৱালী মানুহ কি জাৰ অ'। আমি তহঁতৰ সমানত পখিলা উৰা দি উৰি ফুৰিছিলোঁ। গাত গৰম বতাহ অনবৰতে লাগি আছিল। তোৰহে এতিয়া গাত মৰ জাৰতো লাগে।' এইবোৰ কথা মই তহঁতৰ ঘৰতে শুনিছিলো। অথচ ভাবিলে আচৰিতে লাগে তই মোৰ অন্তৰংগ বন্ধু।

সেই কণমানি ছোৱালীজনীৰ অকণমানি দুখন হাতেৰেই কাম কৰি তহঁত চাৰিটা ল'ৰা-ছোৱালীকে সমাজৰ আগত থিয় দিব পৰা কৰিলে। ডাঙৰ ডিগ্ৰীধাৰী হোৱাৰ লগতে তহঁত ডাঙৰ ডাঙৰ চৰকাৰী বিষয়াও হলিহঁত। সময় কালৈকো বৈ নাথাকে। তায়ো যৌৱন প্ৰাপ্ত হ'ল। নিষ্পাপ ফুল পাহৰ দৰে বিকশিত হৈ তাইৰ যৌৱনে মোক খা মোক খা কৰিলে। তোৰ মাৰৰ তাইৰ প্ৰতি চোকা নজৰ পৰিল। তাইৰ ৰূপ যৌৱন দেখি কোনোবা যুৱক মতলীয়া হয় বুলি নতুবা সুখ সম্ভোগৰ কাৰণে তাইৰ পিছ লয় বুলি তাইক গেটৰ মুখলৈকে ওলাবলৈ নিদিয়া হ'ল। তোৰ বায়েৰ কেইজনীয়ে চাকৰিৰ কাৰণে দূৰৈত থাকিব লগা হোৱাত তয়ে ঘৰত বেছি সময় থাকিবলৈ পালি। তাত তোৰ অফিচটোও ঘৰৰ ওচৰতে। তোৰ প্ৰতি থকা মাৰৰ অটল বিশ্বাসৰ

কাৰণে তেওঁ ফুৰিবলৈ মেলিবলৈ যাঁওঁতে তাইৰ ৰথীয়া পাতে তোকে। দেউতাৰ প্ৰায় ঘৰত নাথাকেই। তোৰ মৰমৰ সংগী হ'ল তাই। এদিন তই তাইক মাটিৰ বস্তাৰ পৰা তুলি আনি আলফুলে তোৰ কোমল তুলিত শুৱাই ল'লি। অমৃত পান কৰা পিছৰে পৰা তোৰ তৃষ্ণা বাঢ়িবলৈ ধৰিলে। এবাৰ নহয় চাৰিবাৰকৈ তই তাইক 'এবৰশ্চন' কৰালি। সম্ভৱ এইবাৰ আছিল পঞ্চমবাৰ। তাইৰ নাৰী সত্তা জাগ্ৰত হ'ল। তাই তোৰ ওচৰত কৈফিয়ৎ দাবি কৰিব পৰা হ'ল। মাৰে জোৰ কৰি এদিন ডাক্তৰৰ ঘৰলৈ নিছিল যদিও তাই ডাক্তৰৰ আগত পঞ্চমবাৰৰ বাবে আহিছে বুলি অকণো দ্বিধাবোধ নকৰাকৈ গৈ দিলে। মাৰলৈ চাই ডাক্তৰে হেনো নমস্কাৰ জনাই 'এইবাৰলৈ মোক ক্ষমা কৰিব। মই নোৱাৰিম।' তই হয়তো ডাঃ শৰ্মাক ভালদৰেই জান। তেওঁ মোক নিজেই সকলো কৈছে। ডাক্তৰৰ আগতো তাই সকলো অকপটে স্বীকাৰ কৰিছে। তাই হেনো কৈছিল, 'মই সাত বছৰতে সেইখন ঘৰলৈ আহিছিলো। ডাঙৰ হোৱাত ঘৰৰ সকলো দায়িত্ব মোৰ হাতত্তে পৰিল। বাস্তিৰ আন্ধাৰত মোক সেইখন ঘৰৰ ল'ৰাৰ ভোগৰ কাৰণে বাছি ল'লে। সেই কথা ঘৰৰ সকলোৱে জানে। নিজৰ পুত্ৰেকক একো নকয়। সেয়েহে মই দিনৰ পোহৰত সেইখন ঘৰৰ বোৱাৰী কৰি ল'বলৈ সবল প্ৰাৰ্থনা জনালোঁ। মই যদিও নিৰক্ষৰ তথাপি মোক কোনেও একো কামত্তে পেলাব নোৱাৰে। তেওঁলোকৰ ঘৰত সুবিধা পোৱা হ'লে ময়ো নিশ্চয় পঢ়া-শুনা কৰিব পাৰিলোহেঁতেন। কিন্তু মোক সেইবোৰ সুবিধা অমূলি নিদিলে?।' ইত্যাদি অনেক কথা ডাক্তৰে তাইক পৰা উলিয়াই ল'লে। তই সকলো জান। তই তাইক বুজাই বঢ়াই অনাথ আশ্ৰম এখনতে থৈ নিদিলি কৈ কিয়? ভয় কৰিলি নহয়? বাস্তিৰ আন্ধাৰৰ ভোগৰ সামগ্ৰীটোলৈ তোৰ অকণো দয়া নুপজিলনে? সমাজৰ পৰা সাৰিবলৈ বিচাৰিছিলি যদি তাৰ বিহিত ব্যৱস্থা নকৰিলি কিয়? সেই কথাবোৰ আগতে তই মোক ক'ব নোৱাৰিলি। মই কিজানি তোক ভাল পৰামৰ্শই দিলোহেঁতেন। তোৰ দেউতাৰক সকলোৱে বুদ্ধিজীৱী বুলি জানে। অথচ আচৰিত মানুহৰ জীৱন দৰ্শন। তেনেজন মানুহে আকৌ এজাপ টকা লৈ ডাক্তৰজনক পোষ্ট মৰ্টেমৰ পিছত আত্মহত্যা বুলি লিখি দিবলৈ হাতে ভৰিয়ে ধৰিছিল। কিন্তু ডাক্তৰ শৰ্মাই গৰ্ভৱতী আৰু ডিঙি চেপি হত্যা কৰিছে বুলি লিখি দিলে। সেইদিনা ডাক্তৰৰ বিচাৰত মই অভিভূত হৈ পৰিছিলো। ডাক্তৰৰ বিপৰ্ট বাহিৰ হোৱাৰ পিছতো তই মোৰ ওচৰত নিৰ্বিকাৰ হৈ আছিলি। তইতো বৰ ভাগ্যবান। এইখন চহৰত তাইৰ আত্মীয় স্বজন কোনো নাছিল। গতিকে অতি লৰালৰিকৈ দেউতাৰে তাইক দাহ কৰাৰ

ব্যৱস্থা কৰিলে। তোৰ ঘৰত তাই সাত বছৰৰ পৰা গেবাৰী খাটিছিল যদিও মৃত্যু শয্যাত তোৰ মাৰে তাইৰ গাত দিবলৈ ফটা কাপোৰ এখনো বিচাৰি নাপালে। পোষ্ট মৰ্টেম কৰাৰ পিছতো তাইক ঠেলা এখনত তুলি বস্তা এটাৰে ঢাকি অনা হ'ল। তাইক দাহ কৰাৰ পিছদিনাৰে পৰা তই সমাজৰ মানুহৰ আগত অবাধে বিচৰণ কৰি ফুৰিব পৰা হ'লি। লাভৰ মূৰত মোৰ ঘৰলৈ মানুহৰ সোঁত ব'বলৈ ধৰিলে। মানুহৰ প্ৰথম প্ৰশ্ন হ'ল হত্যাকাৰী কোন? তইনে আন কোনোবা? মোৰ খোৱা-বোৱাৰ শান্তি নোহোৱা হ'ল। মই একোকে নাজানো বোলা কথাষাৰত অসত্যৰ প্ৰলেপ ঘঁহা হ'ল। সকলোৱে জানে, তয়ে ময়ে অন্তৰঙ্গ বন্ধু। তাতে সেই সময়খিনিত মোৰ অজ্ঞানতাৰ কাৰণে তাই আত্মহত্যা কৰা বুলি ভাবিহে মই তোক সহায় কৰিবলৈ গৈছিলো। গতিকে মানুহৰ দৃষ্টিত মই সকলো জানো। মই কাৰ আগত মোৰ অন্তৰৰ কথা ব্যক্ত কৰিম?

পিছদিনা স্থানীয় কাকতৰ শিৰোনামা দখল কৰিলে সেই লোমহৰ্ষক হত্যালীলাই। মই এটা প্ৰশ্নৰ উত্তৰ বিচাৰি সঁচাকৈয়ে মৰ্মাহত হৈ আছো যদিও উত্তৰটো উলিয়াব পৰা নাই। সেই নিষ্পাপ ছোৱালীজনীক হত্যা কৰিলে কোনে? কোন সেই হত্যাকাৰী? যদি তই অকপটে স্বীকাৰ কৰিব পাৰ, মই কিছু হ'লেও মানসিক শান্তি পাম। মই মানুহৰ জীৱনটো বেলেগ ধৰণেৰে ভাবিবলৈ যত্ন কৰিম।

মোৰ কথা শুনি অকণো দ্বিধাবোধ নকৰাকৈয়ে নীলিময়ে মাত লগালে, "ময়ে। ময়ে তাইক হত্যা কৰি ডিঙিত ৰচি লগাই আঁৰি তোৰ ওচৰলৈ দৌৰি গৈছিলোঁ। সেই সময়ত পৰিকল্পনাৰ খেলি-মেলিৰ কাৰণে মোৰ ভুল হৈ গৈছিল। গতিকে পুলিচৰ প্ৰথম দৃষ্টিতে সেইটো হত্যাকাণ্ড বুলি ধৰা পৰিছিল।'

ইতিমধ্যে আমি মাদ্ৰাজ পালোহি। ৰেলখনে ৰোৱাৰ প্ৰস্তুতি চলালে। মই ঘপহকৰে মোৰ বস্তু-বাহানিকিটা হাতলৈ লৈ তাক শেষ বাৰৰ বাবে চাই ল'লো। তাৰ পিছত মোৰ মুখৰ পৰা অজানিতে ওলাই আহিল; আজিৰ পৰা মোৰ দৃষ্টিত তই মৃত ব্যক্তি।

লগে লগে ৰেলখনৰ পৰা লাহেকৈ নামি মই জন সমুদ্ৰৰ মাজত সোমাই পৰিলো। মৃত নীলিময় চৌধুৰীৰ কথা মোৰ সমূলি মনলৈ নাহিল। ○

# অন্নপ্ৰাসনত

সেইদিনা নিৰ্মল বৰুৱাক এৰি যাব লগা হোৱাত সুমিত্ৰা বৰুৱাই মনত মৰ্মান্তিক আঘাত পালে। পুতেকৰ প্ৰথম নাতিনীয়েকটোৰ অন্নপ্ৰাসন পাতিছে। পুতেকে কাহিলীপাৰাত মাটি লৈ নতুনকৈ ঘৰ এটা সাজিছে। কেইবাটাও কোঠালিৰ আটকধুনীয়া ঘৰ। এবাৰ পুতেক আহোঁতে দেউতাকক নতুন ঘৰত থকাকৈ মাতিও গৈছে। এইবাৰ অন্নপ্ৰাসনলৈ বুলি ওলাই থাকিও মানুহজন যাব নোৱাৰিলে। ব্লাড দিচেন্টৰী হৈ কোনোমতে মৰাৰ পৰাহে বাচিছে। গতিকে ডাক্তৰে বহুত দিনলৈ বাচি-বিচাৰি খাবলৈ কৈছে। সেয়ে গুৱাহাটীলৈ যোৱাৰ কথা তেওঁ কল্পনাই কৰিব নোৱাৰে। সময়ে সময়ে দেহাটোৱে বৃদ্ধকালত অহেতুকী আমনি কিছুমান দিয়ে। সেয়েহে সুমিত্ৰাইও গুৱাহাটীলৈ যোৱাৰ কথা প্ৰথমে চিন্তাই কৰিব পৰা নাছিল। কিন্তু ওচৰতে থকা ভাগিন বোৱাৰী এগৰাকীয়ে গোটেই সমস্যাটো বুজি পাই নিজেই ক'লে, "মামী আপুনি আজি ৰাতিৰ বাছতে গুৱাহাটীলৈ টিকট কৰক। মই মামাৰ সকলো দায়িত্ব পালন কৰিম। মই বাৰু কথা দিছো, আপুনি প্ৰতিপাল কৰাৰ দৰেই কৰিম। আপুনিও সদায় ঘৰুৱা লেঠাতে ঘৰখনতে আবদ্ধ থাকে। গৈ যাতে দুদিনমান থাকি ফুৰা-চকা কৰিহে আহিব। জীয়েকৰ ঘৰতো দুদিনমান থাকি মুখ সলাই দুসাজ খাই আহিব। আপুনি ঘূৰি অহাৰ দিনাহে বাৰু মই দায়িত্বৰ পৰা অৱসৰ বিচাৰিম।' ভাগিন বোৱাৰীৰ কথাত সুমিত্ৰাই পৰম নিৰ্ভয় মনেৰে গুৱাহাটীলৈ নিশাৰ বাছত টিকট কৰিলে।

পুৱা গাড়ীৰ পৰা নামি অ'ট এখনত উঠি সুমিত্ৰা পুতেকৰ ঘৰ পালেগৈ। ঘৰ পায়ে দেখিলে পুৱাৰ পৰা আনন্দমুখৰ পৰিবেশ। আগদিনাই আত্মীয়স্বজন আটাইবোৰ আহিল। সুমিত্ৰাৰহে দেৰি হ'ল। সেয়ে তেওঁৰ মনতে অপৰাধী ভাব এটা পোষণ কৰি কোনেও নোসোধা সত্ত্বেও নিজৰ বক্তব্য দাঙি ধৰিলে। তাৰপিছত নিজেই বস্তু-বাহানিকিটা ভিতৰলৈ নি কোঠালি এটাত সুমুৱাই থৈ ওলাই আহিল।

ঘৰখনৰ চাৰিওফালে জাকজমকতা বিৰাজমান। নাতিটোক একোলা হেঁপাহ পলুৱাই লৈ চুমাৰে দুগাল ওপচাই দিবলৈ বৰ মন গৈছে সুমিত্ৰাৰ। পিছে নাতিটোক তেওঁ যে হাতেৰে চুবলৈ পাব তাৰ কোনো আশা নাই। অন্নপ্ৰাসনলৈ দুজনীকৈ মাহীয়েক আহিছে। আইতাক ককাকৰ লগতে অন্নমুখত দিবলৈ মামাকো আহিছে। সেয়ে ইকোলা-সিকোলাকৈ নাতিটো বাগৰি ফুৰিছে। কোনেও কোলাৰ পৰা নমাবলৈ নিবিচাৰে। মোমায়েকে অৱশ্যে ভাগিনীয়েকৰ লগত আবদ্ধ হৈ থকা নাই। কাষৰ কোঠালি এটাত সোমাই লৈ ভিচিআৰ লগাই চিনেমা চাই আছে। মুঠতে গোটেই ঘৰখনত এক ধুমধাম বিয়াৰ পৰিবেশ। যেন কোনেও কাৰো মাত নুশুনে। খোৱাই খাইছে, হঁহাই হাঁহিছে; কেঁচুৱাটোক লৈ বিভিন্নজনে বিভিন্ন ভঙ্গীমাত ফটো তুলিছে। জোঁৱায়েকৰ ওচৰতে থিয় দি নাতিটোক নানান ভঙ্গীমাত লৈ শাহুয়েকেও কেইবা কপিও ফটো তুলিছে। মাজতে এবাৰ ককাকৰ কোলাত কেঁচুৱাটো দি আইতাকে হাত দুখন মেলি মাতিছে — "আহা, আহা, ৰাজা ৰাজা, ককাৰে ল'ব নাজানে নহয়।" নাতিনীটোৱে হাত দুখন মেলি আইতাকলৈ গুচি আহোঁতেই কেমেৰা লোৱাজনে ঘপহকৈ চিনটো ধৰি ৰাখিছে। অন্নমুখত দিবলৈ অহা মোমায়েকটোৱে ভিচিআৰত চিনেমা চাই থকাৰে পৰা মপহ কৰে দুৱাৰ খুলি ওলাই আহি মাকৰ হাতৰ পৰা ভাগিনীয়েকক টানি লোৱাদি লৈ ভাগিনীয়েকৰ বুকুখন নিজৰ বুকুত হেঁচা মাৰি ধৰি কৈছে, "লোৱা, লোৱা, এইমাত্ৰ মোৰ এইটো চিনত ফটোখন লৈ থোৱা।" তাৰ পিছত ক্লিপ, ক্লিপ্, ক্লিপ্ .........।

উত্তাল হাঁহিৰে খলকনি উঠিছে। উত্তপ্ত পৰিবেশ এটা সৃষ্টি হৈছে। তাৰপিছত অৰ্জুনে মাছৰ চকুলৈ শৰনিক্ষেপ কৰি হাতৰ ধনুখন নমাই থোৱাৰ গাম্ভীৰ্যতাৰে — মোমায়েকে ভাগিনীয়েকক লাহেকৈ মানুহৰ মাজত নমাই দিব খুজিছে। মাহীয়েক এজনী উৰি অহাদি আহি ভাগিনীয়েকক কোলাত তুলি লৈছে।

সুমিত্ৰাৰ পুত্ৰ উদ্দীপ্তই ব্যস্ততাৰ মাজতো সেই উত্তপ্ত পৰিবেশৰ অংশীদাৰ হৈছে। পত্নী মমীক্ষাই উদ্দেশত বা বলাই কোঠালিবোৰ পৰিপাটি কৰাত ব্যস্ত হৈ পৰিছে। এটা সময়ত নিজে পিন্ধি থকা শাৰীখন সলাই নতুন বানাৰসী শাৰী এখন পিন্ধি লৈছে। নতুন বেশভূষাত মমীক্ষাৰ সৰগৰ পৰী যেন লাগিছে। ভনীয়েকে

বায়েকলৈ চাই কৈছে, "মমীস্কা বা মমীস্কা বা, তোমাৰ এটা স্নেপ ধৰি ৰাখো।" মমীস্কাই কেঁচুবাটো লোৱাৰ লগে লগে উদীপ্ত উৰি আহি ঘৈণীয়েকক বাহুত ধৰি এক বিশেষ ভঙ্গীমাত থিয় দি ৰৈছে ......। তাৰ পিছত ক্লিপ্ ,....... ক্লিপ্ .. .......ক্লিপ।

এবাৰলৈও পুতেক উদীপ্তই মাকক সোধা নাই। "তুমি যে অন্নপ্ৰাসনলৈ অকলে আহিলা দেউতা নাহিল কিয়" ............?

সুমিত্ৰাৰ মনত ভাব এটা হৈছে, সেইটো পৰিবেশত তেওঁৰ সমূলি আৱশ্যক নাছিল। তথাপি নাতিটোৰ মুখত অন্ন দিব এই কথাষাৰ শুনাৰ লগে লগে তেওঁৰ মনটো আনন্দত নাচিবলৈ ধৰিলে। গুৱাহাটীলৈ অহা-যোৱা কৰিবলৈকে বহুত টকা লাগে। তাতে আইতাকজনী যাব যেতিয়া, সুদা হাত দুখনেৰে কেনেকৈ ওলাবগৈ? সেয়ে সুমিত্ৰাই গিৰিয়েকক কুটুৰি আছে — "আপুনি এইকেইদিনত পেঞ্চন ল'ব নোৱাৰে নহয়। বেঙ্কৰ পৰা টকা অলপমান উলিয়াই দিয়কচোন। উদীপ্তই অহা-যোৱা খৰচ মোক দিব নহয়? আৰু যে ক'ত কি টোপোলা নাবান্ধিব। নাতিটো হোৱাৰ পিছতে যি এবাৰ গ'লো তাৰ পিছততো আৰু ভুমুকিয়েই মৰা নাই। আপুনি নোযোৱাৰ কাৰণে ছাগৈ বেয়াহে পাব নহয়। সি ছাগৈ মোক দেউতা কিয় নাহিল দেউতা কিয় নাহিল বুলি বাৰে প্ৰতি প্ৰশ্ন কৰিব। মই কি ভাবিছোঁ জানে, আইতাকজনী যাম যেতিয়া টুলুঙা বস্তু এটা লৈ কিয় যাম। ডাঠ-পিঠ সুন্দৰ কাঁহৰ কাঁহী-বাতি এজোৰ নিম। লগতে এটা বানবাতিও। আজিকালি মানুহে আগৰ ধুনীয়া ধুনীয়া কাঁহৰ কাঁহী-বাতিবোৰ ড্ৰয়িংৰুমতো সজাবলৈ লৈছে। জগদীশ, ফেন্সি যিকোনো ষ্টৰ এখনৰ পৰা ধুনীয়া বেবীচুট এজোৰো নিম। দুশ, আঢ়ৈশ ল'ব। লওক দিয়ক। অন্ন মুখত দিবৰ সময়ত মই দিয়া বেবী চুটজোৰ পিন্ধাই দিলে মোৰ মনতো ভাল নালাগিবনে? কাঁহৰ বাতি-কাঁহী এজোৰ নিলেহে আকৌ মই অন্নমুখত দিয়াৰ সময়ত মানুহৰ আগত উলিয়াই দিব পাৰিম।"

"তুমি যিমানবোৰৰহে ফৰ্মাচ দিছা, মই দেখিছো, তোমাক হাজাৰ টকাৰ দৰকাৰ হ'ব। কাঁহী-বাতি আৰু চুটজোৰত ধৰা পাঁচশ গ'ল আৰু অহা-যোৱা আৰু তোমাৰ হাতখৰচ বুলিবলৈ কমেও পাঁচশ টকা নিব লাগিব। ব্যস্ততাৰ মাজত

পুতেৰে যদি অহা-যোৱা ভাড়া আছেনে নাই সুধিবলৈ পাহৰেই। তুমি তেতিয়া কোনটো নাকেৰে খুজিবা। তাতে মই আজি পৰ্যন্ত চৰকাৰৰ পেঞ্চন খাই আছো। কোনো দিনে মই তোমাক আনৰ হাতলৈ-মুখলৈ চাবলৈ এৰি দিয়া নাই। মই মৰিলেও তুমি পেঞ্চন পাই থাকিবা। তেতিয়াও তুমি আনৰ হাতলৈ-মুখলৈ চাব নালাগে বুজিছা।"

"আপুনি দেখিছো বহুতখিনি পালেগৈ। মই বাৰু কথা দিছো সি যদি মোক অহা-যোৱা ভাড়াটোকে দিয়ে মই বাৰু আপোনাক ঘূৰাই দিমহি। আপুনিৰ পুনৰ বেঙ্কত ভৰাই থ'ব। কেতিয়াবা আকৌ মোকে উলিয়াই দিব লাগিব নহয়।"

সঁচাকৈয়ে নিৰ্মল বৰুৱাই সুমিত্ৰাক এহেজাৰ টকা উলিয়াই দিয়াত মানুহজনীয়ে ভবাৰ দৰেই বস্ত্ৰ কেইপদ কিনি দুটাকৈ প্ৰেজেণ্ট বেলেগে বান্ধি তিনিদিনৰ আগৰে পৰা নাৰিকলৰ লাডু কৰাত ব্যস্ত হৈ পৰিল। নাৰিকলৰ লাডু আকৌ নাতিনীয়েকলৈ নহয়, পুতেকলৈহে। পুতেকে নাৰিকলৰ লাডু বৰ ভাল পায় নহয়। মাকে লাডু নিয়াৰ কথা শুনিলে সি ছাগৈ গোটেইবা মিঠাই-চিঠাইবোৰ মুখতে নিদিব। বাৰেপতি বোৱাৰীক নাৰিকলৰ লাডু বিচাৰি আমনি কৰি থাকিব।

দুপৰীয়া বাৰ বজাৰ পৰা নিমন্ত্ৰিত অতিথিসকল গোট খালেহি। প্ৰত্যেকৰে হাতত ৰঙচঙীয়া উপহাৰৰ টোপোলা। মমীক্কাৰ মাকে মানে উদীপ্তৰ শাহুৱেকে নাতিটোক গা-ধুৱাই দিছে। তাৰ পিছত পাউদাৰ ঢালি দি জীয়েকক চিঞৰিছে। "অ' মমীক্কা, মমীক্কা, আনচোন; আমি অনা কাপোৰজোৰকে পিন্ধাই দিওঁ।" তাকে শুনি সুমিত্ৰা পৰালিৰিকৈ ভিতৰলৈ সোমাই গ'ল আৰু ভি-আই-পিটো খুলি নিজে কিনি অনা আঢ়েশ টকীয়া কোমল বেবীচুটজোৰ উলিয়াই নি বিয়নীয়েকৰ হাতত দি ক'লে, — "মই অনাজোৰকে পিন্ধাই দিয়কচোন। সেউজাকে আহিব নোৱাৰাত বৰ আগ্ৰহেৰে উপহাৰকেইটা কিনি দি পঠাইছে।" "দিয়ক" বুলি হাত পাতি লৈ বিয়নীয়েকে কাপোৰ সাজ পিন্ধাই দিলে। ধকধক কৰে বগা নাতিনীয়েকটোক সঁচাকৈয়ে কাপোৰ সাজে শুৱাই পেলালে। সুমিত্ৰাৰ এঁকোলা লৈ হেঁপাহ পলুৱাই দুটামান চুমা খাবৰ মন গ'ল। কিন্তু মাকে পিন্ধাই অটোৱাৰ পিছতে মাহীয়েকে দৌৰি অহাদি আহি অন্য এজোৰ চুট আগবঢ়াই দি ক'লে — 'এইজোৰ ক'ৰ কাপোৰ পিন্ধালা? মই উলিয়াই আনিছিলো নহয়। খুলি পেলোৱা পাই গৰমত কেনেকৈ কাপোৰজোৰে তাক

আমনি কৰিছে। গোটেইটো ৰঙা-চিঙা পৰিছে। তুমি খুলি পেলাই এইজোৰ পিন্ধাই দিয়া পাহি।"

"আইতাকে ইমান মৰমত আনিছে। এতিয়া পিন্ধক বাৰু। সেইজোৰ পিছত পিন্ধাবি।"

তাৰপিছত অন্নমুখত দিয়া সময় সমাগত। সেইটো এটা মাঙ্গলিক কাম। পূজা-অৰ্চনা আগবঢ়াই পায়স ৰান্ধি মোমায়েকে প্ৰথমে অন্ন মুখত দিব লাগে। সেইবোৰ একো আয়োজন কৰা নাই। অন্ন মুখত দিয়াৰ ব্যৱস্থা অৱশ্যে কৰিছে। আইতাকে ষ্টীলৰ বাতি এটাত মানুহৰ মাজলৈ অন্ন অকণমান উলিয়াই আনিলে। তাকে দেখি সুমিত্ৰাই ৰ'ব নোৱাৰি মাত লগালে, "হেৰি বিয়নী কঁহৰ থাল-বাতি এজোৰ নাইনে? আমাৰ ফালে কঁহৰ বাতিতহে অন্ন মুখত দিয়ে। মই এজোৰ লৈ আনিছিলো নহয়, উলিয়াই আনিমনে কি?"

"নাই নালাগে দিয়ক। আজিকালি এইবোৰহে ওলাইছে। ইয়াতে চলি যাব।"

লগে লগে মোমায়েকে অন্ন মুখত দিবলৈ হাজিৰ। চিনেমাৰ চুটিং আৰম্ভ হোৱাৰ সময়ত যেনেকুৱা উথপথপ হয় ঠিক তেনেকুৱা পৰিৱেশ। মাহীয়েকৰ হাতত কেমেৰা, মাক-দেউতাকৰ হাতত আৰু ককাকৰ হাতত। অন্ন চামুচ মুখত দিয়াৰ লগে লগে ক্লিপ্ ......... ক্লিপ্ .......... ক্লিপ্ ............... ক্লিপ্.............।

সুমিত্ৰা আশ্বস্ত হ'ল। হাঁহি-ধেমালিৰ লগে লগে পপ সংগীতৰ উত্তাল ধ্বনি। চৌদিশ মুখৰিত হ'ল। নাতিটোক বহুতে টনা-আজোৰা কৰাত সি বৰ আমনি পাই কান্দিবলৈ ধৰিলে। তেনেতে মাহীয়েক এজনী উচাৎ মাৰি আহি এজনৰ হাতৰ পৰা কেঁচুৱাটো টানি মুখেৰে ভোৰভোৰাই ভোৰভোৰাই কাপোৰজোৰ খুলি দিলে। "কাপোৰজোৰে ল'ৰাটোক গিলি পেলাইছে পাহি। নহ'লে নকন্দা ল'ৰাটোৱে কান্দেনে?" লগে লগে নিজে অনা কাপোৰজোৰ পিন্ধাই দিলে। তাৰপিছত মাকে লৰালৰিকৈ আহি অকণমানি ব' এটাৰ পৰা সোণৰ চেইন এডাল উলিয়াই সমজুৱা আটায়ে দেখাকৈ ৰাজাক পিন্ধাই দিলে। তাৰ ডিঙিত দেউতাকে কৰাই দিয়া চেইন এডাল আছিলেই। তাকে দেখি দুই এগৰাকীয়ে মন্তব্য কৰিলে। "এডাল আছিলেইচোন। দুডাল কিয় পিন্ধাব লাগে। ল'ৰাটোৱে আমনি নাপাবনে?"

পিছে সেই উত্তাল মুহূৰ্তত সেইবোৰ মন্তব্য নিস্প্ৰয়োজন।

এবাৰ সুমিত্ৰাৰো মনত ভাব হৈছিল তেওঁ লৈ যোৱা কাঁহৰ কাঁহী-

বাতিজোৰৰ লগতে কাঁহৰ বানবাতিটোও উলিয়াই দিবনে কি? কিয়নো, ইতিমধ্যে তাত কোনে কি দিছে তেনেকুৱা এটা প্ৰদৰ্শনী চলি আছে। কিন্তু সুমিত্ৰাই নোৱাৰিলে। বুকুখন গধুৰ গধুৰ লাগিল। কাঁহৰ বাতি-কাঁহীৰ চিক্‌মিকনিতকৈ তাত অন্য বস্তুৰহে চিক্‌মিকনি ৰঞ্জিতা খাই পৰিব।

লগে লগে খোৱাৰ পৰ্ব আৰম্ভ হৈছে। সুস্বাদু ৰন্ধন সামগ্ৰীসমূহ মানুহে হেঁপাহ পলুৱাই খাইছে। ৰাতিপুৱা গৈ পোৱাৰ পিছত খোৱা চাহকাপ আৰু মিঠাই এটাৰ বাহিৰে সুমিত্ৰাৰ পেটত তেতিয়ালৈকে একোকে পৰা নাই। তাতে ৰাতি টোপনি খতি। তেনেস্থলত ক'তো হাত-ভৰিও পোনাবলৈ নোপোৱাত আবেলি ভাগলৈ সুমিত্ৰাৰ গাটো অৱশ অৱশ লাগিল। কিন্তু সেই পৰিৱেশত খবৰ লওতা কোনো নাই। পেটৰ ভোক আৰু মানসিকত অন্তৰ্দ্বন্দ্বত ভুগি ভুগি সুমিত্ৰাই এটা কথাকে চিন্তা কৰি আছে। যদি জীয়েক এই উৎসৱলৈ আহে — তেওঁ জীয়েকৰ লগত যাবগৈ। নিশা পুতেকৰ ঘৰত কিহৰ আয়োজন চলিব ঠিক নাই।

সঁচাকৈয়ে ভবাৰ পিছতে সুস্মিতা আহিল। একেবাৰে সাধাৰণ বেশভূষাৰে সোমাই অহা সুস্মিতা যেতিয়া জাকজমকতাৰ মাজত সোমাই পৰিল তেতিয়া তাই উদীপ্তৰ বায়েক হৈ থকা নাই। উদীপ্তৰ ঘৰৰ কাম কৰা ছোৱালীজনীৰ বায়েক বায়েক যেন লাগিল। সেয়ে হয়তো উদীপ্তইও এবাৰলৈও নিজৰ বায়েকক সমজুৱাৰ আগত চিনাকি কৰি দিয়া নাই।

মমীস্কাই জেঁশাহুয়েকজনীক দেখিও নেদেখাৰ ভাও ধৰিলে। উপহাৰৰ টোপোলাটোৰ ভিতৰত নিশ্চয় সোণৰ চেইন চিক্‌মিকাই থকা নাই। সম্ভৱ নিচেই সাধাৰণ কিবা এটাহে। সম্ভৱ ৰঙচঙীয়া ছবি থকা শিশু পুথি এখনো হ'ব পাৰে। সি ছবি চাই ভাল পাব বুলি কিনি আনিব পাৰে। তাই তাতে যিহে কিতাপৰ পোক। এখন কলেজৰ প্ৰৱক্তা যদিও অফ্ পিৰিয়দত পঢ়িবলৈ নিজৰ বেগত কিতাপ লৈ যাবই। খিড়িকীৰ কাষতে কমন ৰুমত এখন চকি আছে। সেইখন সুস্মিতাৰ চকীৰ দৰে হ'ল। সেইখনত সহকৰ্মী কোনো নবহে। কিয়নো সকলোৰে মাজত জনাজাত সেইখন সুস্মিতাৰ চকী বুলি।

সেইজনী সুস্মিতাই আইতাকৰ হাতৰ পৰা ৰজাক লৈ দুগালত দুটা চুমা খাই সৰু টোপোলাটো তাৰ কণমানি হাত দুখনত লগাই দি আইতাকক দি দিলে। তেতিয়ালৈকে তাই ভায়েক আৰু ভাই বোৱাৰীক দেখা পোৱা নাই। কৌতুহলোদ্দীপক ভায়েকৰ চকুহালত চকু থৈ সুধিলে, "আমাৰ মা-দেউতা অহাৰ কথা আছিল নহয়, কিয় নাহিল?"

"মা- আহিছে নহয়, দেউতাৰাহে আহিব নোৱাৰিলে। তুমি হ'বলা মাৰাক দেখাই নাই। ক'ৰবাত জুপুকা মাৰি বহি থাকিব পায়।"

সুস্মিতাই মানুহৰ ভিতৰৰ মাজত মাকলৈ চকু ফুৰাই দেখিলে, ঠিকেই মাকে চুক এটাতে বহি তাইৰ ফাললৈকে চাই আছে। তাই উধাতু খোৱাদি গৈ মাকৰ মুখৰ পোনে পোনে চকী এখনত বহি সুধিলে — "দেউতা নাহিল কিয় মা?"

"দেউতাৰা ব্লাড ডিচেন্টৰী হৈ মৰাৰ পৰাহে বাচিছে — "

"তুমি তেন্তে দেউতাক এৰি কিয় আহিলা?"

"নহয় অ' ......। ইয়াৰ প্ৰথম ল'ৰাটোৰ অন্নপ্ৰাসন। নাহিলে কথাটো বৰ বেয়া হ'ব বুলি ভাবিলোঁ। তাতে দেউতাৰেও বৰকৈ আহিবলৈ ক'লে। ময়ো দেউতাৰক তদাৰক কৰিবৰ কাৰণে ভাগিন বোৱাৰীজনীক দায়িত্ব দি আহিছোঁ নহয়। তই নাজান জানো, তাই কেনে সৰ্বগুণী ছোৱালী। তেতিয়ালৈকে সুমিত্ৰাৰ জী নাতি সুবাসনালৈ চকুত পৰা নাই। জীয়েকৰ ওচৰৰ পৰা টানি অনাৰ দৰেই আনি নাতিনীয়েকক দুটা চুমা খাই ক'লে, 'মামা, মামীয়েৰক লগ পালানে নাই?'

"নাই পোৱা আইতা। মামাইঁতে আমাক দেখাই নাই হ'বলা।"

"সুস্মিতা, মই আজি তহঁতৰ তালৈকে গুচি যাম অ' —।"

"ইয়াত নাথাকিলে উদীপ্তই বেয়া নাপাবনে?"

"ইয়াত ভাল বেয়াৰ প্ৰশ্নই নাহে সুস্মিতা।"

"ৰ'বা তেন্তে। মই কিবা অকণ মুখত দি লওঁ, নহ'লে কথাটো বৰ বেয়া হ'ব।"

সুস্মিতা লৰালৰিকৈ ভিতৰ সোমাই গ'ল। খোৱাৰ কোঠালিত বহি বিভিন্নজনে খাই আছে। তাতো মমীক্ষাক সুস্মিতাই নেদেখিলে। বিলাই থকা মানুহ দুগৰাকীৰ পৰা প্লেট দুখন খুজি লৈ মাক জীয়েকে থিয় হৈ খাই তাৰ পৰা কোনোমতে ওলাই আহিল। বাটতে উদীপ্তৰ লগত ভেটাভেটি হ'ল। উদীপ্তই একো নোসোধোত সুস্মিতাই ক'লে, "আমি যাঁওগৈ দেই। মাও মোৰ লগতে যাঁও বুলি কৈছে।"

"যাঁও বুলিছে যদি লৈ যা বাৰু। ইয়াত বৰ জুপুকা লাগি বহি থাকে অ'। মই বৰ অশান্তি পাওঁ — "

সুস্মিতাই লৰালৰিকৈ মাকৰ ওচৰলৈ গৈ ক'লেগৈ। "ব'লা, মা মই উদীপুৰ পৰাও পাৰমিশ্যনটো লৈ আহিলো। নহ'লে মোক জগৰীয়া কৰিব পাৰে নহয়?"

সুমিত্ৰা ভিতৰ সোমাই গৈ ভি আই পি এটা আৰু হাতত কাগজৰ বাকচ এটাত ধুনীয়াকৈ বান্ধি থোৱা পেকেট এটা লৈ ওলাই আহিল। ভি আই পিলৈ ওলাই অহা দেখি মমীক্ষাৰ মাক ক'ৰবাৰ পৰা উধাতু খাই ওলাই আহি ক'লে, "জীয়েক ঠিত দিলতে আপুনি যাবলৈকে ওলালনে? কিবা খোৱা বোৱা কৰিলে জানো? মানুহৰ ভিৰ হোৱা দেখিহে আপোনাক একোকে খাবলৈ দিয়া হোৱা নাই।"

সুস্মিতাই হাঁহি মাৰি ক'লে — "আপুনিও আৰু। মাচোন পুৱাতে পালেহি। এতিয়া আবেলিলৈকে নোখোৱাকৈ থাকিবনে? এতিয়ালৈকে বোৱাৰীয়েকে নুখুওৱাকৈ ৰখা নাই পাই।" তেনেতে মমীক্ষাও আহি মাকৰ ওচৰতে থিয় দিলেহি। জীয়েকলৈ চাই মাকে ক'লে "হেৰ' শাহুয়েৰে খোৱা-বোৱা কৰিলে জানো?"

"তুমি খাবলৈ দিয়া নাছিলা জানো? মই তুমি দিলা বুলিহে —"

"হ'ব, হ'ব, মমীক্ষা, তুমি অকণো চিন্তা নকৰিবা। মই মাক লৈ যাম যেতিয়া আমাৰ ঘৰতে খাবগৈ। তুমি বাকীবোৰৰ তদাৰক কৰা গৈ যোৱা। নিমন্ত্ৰিতসকলে বেয়া পাব।"

তাৰ পিছত সুমিত্ৰাই হাতৰ ভি আই পিটো বেৰত আওজাই থৈ বান্ধি থোৱা উপহাৰৰ টোপোলাটো খুলিবলৈ ধৰিলে। তাকে দেখি সুস্মিতাই ক'লে, 'মা, মা, তুমি এইবোৰ কি খুলিছা? বলা বলা ঘৰত খুলিবাগৈ।"

"নহয়, তোৰ ছোৱালীজনীৰ অন্নপ্ৰাসন পাতিছিলিনে নাই নাজানো। আমি আহিব নোৱাৰিলো নহয়। মই তাইলৈ এই উপহাৰটো লৈ আহিছোঁ। তাৰ পিছত নাতিনীয়েকলৈ উপহাৰটো আধা খোলাকৈ আগবঢ়াই দি ক'লে, "উপহাৰটো তোমাৰ বহুত দিনৰ আগতে হৈ যোৱা অন্নপ্ৰাসনলৈ নহয়। তুমি যে এইবাৰ চিত্ৰাংকন প্ৰতিযোগিতাত প্ৰথম হৈছা — তাৰ বাবেহে।"

শিশু সুবাসনাই উপহাৰ পোৱা আনন্দতে সমবেত মানুহৰ কথা পাহৰি গ'ল। আইতাইনো মোলৈ কি আনিছে বুলি কৈ ডাঙৰ কাগজৰ বাকচটো লৰালৰিকৈ খুলিবলৈ ধৰিলে। ককাকে সৰু কাগজ এটুকুৰাত ধুনীয়াকৈ লিখি

দিছিল। — "শুভাশিসেৰে নাতিটোৰ অন্নপ্ৰাসনৰ দিনা — ককাদেউতা।"

কাগজৰ টুকুৰাটো গোট খাই থকা আটাইৰে চকুত পৰিল। সুমিত্ৰাই কাগজখন থাপ মাৰি আনি মোহাৰি পেলাই দিলে। আনন্দত মতলীয়া হৈ সুবাসনাই ক'লে, "আইতা ............ আইতা .............. ধুনীয়া উপহাৰ মই প্ৰাইজ পোৱাৰ কাৰণে আনিছানে কি? কত থম এইজোৰ? মই আমাৰ ড্ৰয়িং ৰুমতে ধুনীয়াকৈ সজাই থম জানা?"

এইদৰে কৈয়ে তাই বাকচটো লৈ গাড়ীত উঠিবলৈ দুপ দুপকৈ দৌৰ দিলে। খন্তেকতে পৰিস্থিতিটোৱে বেলেগ মোৰ এটা ল'লে। বস্তুবাদৰ ভৰত হেঁচা খাই মাতৃত্বক অৱমাননা কৰা উদ্দীপ্তৰ অহংকাৰী ছবি এখনে শাহুয়েকৰ মনত খুন্দিয়াবলৈ ধৰিলে। স্নান, কাজ পাহৰি বিয়নীয়েকৰ হাতখনত ধৰি ক'লে, — "কিয় আপোনাৰ নাতিনীলৈ কাঁহৰ কাঁহী-বাতি আনিছিল নহয়, নিদিলে কিয়?"

"কাৰ হাতত দিম বিয়নী? গোটেই দিনটোত মই পো-বোৱাৰীৰ মুখা-মুখি হোৱাৰ সুবিধা নাপালোঁ। তথাপি অন্নপ্ৰাসনৰ এই ভেজাবাজিত মোৰ কাঁহৰ কাঁহি-বাতিৰ চিক্‌মিকনিয়ে শোভা নাপায়। নতুন প্ৰমূল্য বা নতুন প্ৰজন্মৰ বাবে হ'লেও আমি আমাৰ সকলো ঐতিহ্য এৰি পেলাব পৰা নাই। বস্তুবাদৰ ভৰত বৰ্তমান মানুহে মানৱীয় মূল্যবোধ হেৰুৱাই পেলাইছে। তাতে আকৌ মোৰ সামান্য উপহাৰ ......? বৰ হাঁহি উঠা কথা নহয়নে? মই আদৰক মূল্য দিব জানো? মোৰ এখন বহল মাতৃ হৃদয় আছে। গতিকে ........."

মমীক্ষাৰ মাকে উত্তৰৰ আঁত বিচাকি ফুৰোতেই সুললিত কণ্ঠে ভাঁহি অহা সুৰসনাৰ চিঞৰ শুনিবলৈ পালে — "আহা আহা আইতা .......। আমি যাওঁগে। মই দেউতাই পঢ়া কোঠালি বা ড্ৰয়িং ৰুমত তুমি দিয়া উপহাৰটো সজাই থ'ব লাগে। মায়ে মই ছোৱালী কাৰণে এনেকুৱা জাকজমককৈ অন্নপ্ৰাসন নেপাতিলে নহয়? মোৰ মনটো বৰ দুখ লাগিছে। আহা-আইতা. বেগেতে আহা আ — ই — তা। ○

# দহনৰ অন্তত

প্ৰভাকৰ চৌধুৰী।

আচৰিত মেজাজৰ এই মানুহজন। মানবীয় অনুভূতিত যিকোনো ব্যক্তিৰে আঘাত হনা দেখিলে তাৰ প্ৰকৃত সমাধানৰ কাৰণে অধিক তৎপৰতাৰে নিজ চিন্তাশক্তিক কাৰ্যত লগাবৰ কাৰণে ব্যস্ত হৈ পৰে। প্ৰভাকৰৰ এইবাৰৰ চিন্তাৰ কাৰণ হ'ল, উপাসনা বৰুৱা। উপাসনা বৰুৱাই কিয় কবিতা নিলিখা হ'ল — তাৰ প্ৰকৃত সত্য উদ্‌ঘাটনৰ কাৰণে প্ৰভাকৰে অহৰহ দুলিয়াজানৰ তৈলনগৰীত পদাৰ্পণ কৰিবলৈ ধৰিলে। সেয়ে মাজে-সময়ে তৈল নগৰীৰ বন্ধুৰ ঘৰলৈ বুলি, সহপাঠী সাগৰীকা কটকীৰ ঘৰলৈ নতুবা তাৰ সু-প্ৰতিষ্ঠিত লেখক সুশান্ত দেৱৰ ঘৰলৈ অহৰহ অহা-যোৱা কৰিবলৈ ধৰিলে।

অসাধাৰণ ব্যক্তিত্বসম্পন্ন এই মানুহজনৰ চিন্তা-চৰ্চা আৰু জ্ঞান-গৰিমাৰ প্ৰতি সকলো মানুহেই আকৃষ্ট হয়। এইবাৰৰ পূজা সংখ্যা আলোচনীলৈ বিচৰা উপন্যাসখনৰ কাহিনী প্ৰস্তুত কৰাৰ মানসেৰে প্ৰভাকৰ চৌধুৰী এদিন তৈল নগৰীত উপস্থিত হ'লগৈ।

এইবাৰ প্ৰভাকৰৰ অনুসন্ধান চলিল উপাসনাক বিচাৰি। সেইদিনা উপাসনাৰ স্বামী সুব্ৰত বৰুৱাই কিবা কাৰণত আলমাৰিত আনি ভৰাই থোৱা নতুন পেনটো বিচাৰিছিল। কিন্তু থোৱা ঠাইত কলমটো নাই। সেই সময়ত উপাসনাই কবিতা কেইটামান সংকলন এটাত দিবৰ কাৰণে কঁপি কৰিবলৈ লৈছিল। সেইখিনি সময়ত তাইৰ মনটো কবিতাতে আবদ্ধ আছিল। প্ৰাণৰ পৰা নিগৰি ওলোৱা প্ৰাণসম মৰমৰ শব্দক তেওঁ কবিতাৰে ধৰি ৰাখিছে। বৰ মৰ্মস্পৰ্শী হয় সেই সময়খিনি। আজিকালি ক্ষোভ উপাসনাৰ এইখিনিতেই, ঘৰুৱা জঞ্জাল সকলো মাৰি ল'লেও তাই একে বহাতে কোনো এটা কামকে সমাধা কৰিব নোৱাৰে। ঘৰখনত অঘটন ঘটিবই। সেইদিনাও সেই সময়তে সুব্ৰত

বৰুৱাৰ কলমটো হেৰাল। কোঠালিটোৰ পৰা বিকট চিঞৰ এটা মাৰি সুধিলে, 'হেৰা, হেৰা, মই কিতাপৰ আলমাৰিটোত ভৰাই থোৱা নতুন পেনটো দেখিছিলানে?'

উপাসনাই ডাঙৰকৈ ক'লে, 'মই নাই দেখা আৰু আপোনাৰ পেন লোৱাও নাই, আপুনি নিজে বিচাৰি লওকচোন, মই কিবা এটা .........।'

'বাদ দিয়া, তোমাৰ কিবাটো কৰিবলৈ। কবিতা লিখিছা, আলোচনী কাকতত যে প্ৰকাশ হৈছে পইছা দিছে জানো? হেৰা ভালে ভালে মোক কলমটো বিচাৰি দিয়াহি।"

উপাসনাৰ বুজিবলৈ বাকী নাথাকিল, অঁকৰা মৈত উঠিল যেতিয়া উপাই নাই, তাই সুব্ৰতৰ ওচৰ পালেগৈ। তাই যোৱাৰ উমান পাই গৰজি উঠি ক'লে, 'হেৰা চকু নাইনে?' এইখিনিতে ........... এইখিনিতে মই থৈছিলো, তুমি নিনিলে কোনে নিবহে, ল'ৰা-ছোৱালী এসোপা নাই নহয়, সিহঁতে নিবলৈ? অকথ্য ভাষাত সুব্ৰতে উপাসনাক আক্ৰমণ কৰিবলৈ ধৰিলে। তাই কোনো উত্তৰ দিয়া নাই। তাই ভাবিলে এই বলিয়াবোৰৰ লগত তৰ্ক কৰাতকৈ আধা লিখা কবিতাখিনি সম্পূৰ্ণ কৰা ভাল। সেয়ে তাই মুখেৰে একোকে নামাতি পুনৰ টেবুলত বহিলগৈ। তেতিয়া পুৱা সাত বাজিছে। বন্ধবাৰ কাৰণেহে ঘৰৰ কামৰ হেঁচা পৰা নাই। নহ'লে সেই সময়ত তাই টেবুলত বহি কবিতা কপি কৰি থাকিব নোৱাৰে। তাই তেনেদৰে বহি লিখি থকা দেখি সুব্ৰত পুনৰ গৰজি উঠিল। "হেৰা পণ্ডিতনী হ'ব নালাগে। মোৰ পেনটো ভালে-ভালে বিচাৰি দিয়া।"

'সেইটো নাই পোৱা যদি অন্য এটাকে লওঁকচোন, মই বাৰু ধীৰে-সুস্থিৰে বিচাৰি দিম। পেন কেইবাটাও আছে নহয়?'

'থাকিলে বুলিয়েই লমনে? মই লিখিম বুলি অনা পেনটো ক'ত হেৰুৱালা? তুমি নল'লে কোনে ল'বহে? কাৰোবাক আকৌ দান-পুণ্য কৰিলানে? যিহে দাতাকৰ্ণ। নিজে ঘটি নোপোৱা মানুহে আনক উপহাৰ দি বৰ আনন্দ পায় নহয়?'

সামান্য কথাৰ পৰাই যে এখন মহাভাৰত হ'বগৈ সেই কথা উপাসনাই জানে। আৰু যে কিমান বাক্যবাণে থকা-সৰকা কৰিব তাকো তাই জানে, সেয়ে তাই উঠি গৈ অ'ত-ত'ত পেনটো বিচাৰিবলৈ লাগিল। নামাতো বুলি ভাবি থকাৰ পিছতো মুখৰ পৰা ওলাই গ'ল। 'নিজে থৈ সদায় পাহৰাৰ দৰে পাহৰিলে হ'বলা?'

দুটা মাতটো উলিয়াই পুনৰ গৰজি উঠিল বৰুৱাই। ক'ত পাহৰা দেখিলাহে ক'ত পাহৰা দেখিলা তোমালোক মাইকী মানুহবোৰৰ নিচিনা মই বুলি ভাবিছানেকি?'

উপাসনাই ইতিমধ্যে গম পাইছে তলৰ ওপৰৰ সকলো মানুহেই নিশ্চয় বৰুৱাৰ তৰ্জন-গৰ্জন শুনিছে। সেয়ে মনে মনে তাই পেনটোকে বিচাৰি আছিল। হঠাৎ বৰুৱালৈ লক্ষ্য কৰাত দেখিলে চোলাৰ জেপতে পেন এটা আছে। লাহেকৈ তাই ক'লে — জেপত থকা পেনটোৱেই কিজানি উলিয়াই চাওঁকচোন।

বৰুৱাই জেপলৈ হাতখনি নি অতসময়ে বিচাৰি থকা পেনটো পাই মিচিকিয়া হাঁহি এটা মাৰিলে। বিতৃষ্ণাত উপাসনাৰ নাকটো কোঁচ খাই গ'ল। তাৰপিছত অস্ফুত স্বৰে তাই ক'লে — 'মোৰ আগততো লাজ কৰিব নাজানেই, প্ৰতিবেশীৰ আগত আপুনি লাজ নাপায়নে? অ' পুৰুষে আকৌ এই বোৰ কথাত লাজ নাপায় নেকি?'

এইদৰে কৈয়েই উপাসনাই অপমান, তিৰস্কাৰ, দুখ আদিলৈ আওকাণ কৰি তৃতীয়বাৰলৈ পুনৰ কপি কৰিবলৈ বহিল। কবিতা এটাৰ চাৰিটা শাৰী কপি কৰি হৈছিলহে তেনেতে সুব্ৰত বৰুৱাই পুনৰ মাত দিলে, 'হেৰা মই দাড়ি খুৰাও, চেটটো আনি দিয়াচোন।'

ঠিকেই, দাড়ি সদায় খুৰাই যদিও চেটটো নিজে গোটাই নলয়। তাই সদায় গোটাই দিব লাগে। তাই এইবাৰ পুনৰ উঠি আহি চেটটো গোটাই দিয়ে ঘড়ীলৈ চকু দিলে। পুৰা আঠ বাজিবৰ হ'ল। তাই টেবুলত সিচঁৰতি হৈ থকা কবিতাখিনি সামৰি-সুতৰি থৈ ওলাই আহোতেই সুব্ৰত বৰুৱাই পুনৰ চিঞৰ-বাখৰ লগালে। 'হেৰা, হেৰা, ব্ৰেদে কাটিলে, ডেটলৰ বটলটো খুলি ডেটল অকণমান উলিয়াই দিয়াচোন।' তাই ডেটলৰ বটলটো খুলি দি থৈ আহিব খুজিছিল, কিন্তু বৰুৱাই চিঞৰ লগালে, 'কপাহ অকণ নিদিয়াকৈ যে বটলটো

দিছা মূৰত একো নাইনে কি?'

লৰালৰিকৈ তাই কপাহ অকণ উলিয়াই আনি হাতে-হাতে দি পাকঘৰলৈ গৌৰ মাৰিলে। আঠ বজাত ৰুটি-তৰকাৰী নহ'লে বিহু দেখুৱাই দিব নহয়। জুইশলা কাঠি এটা মাৰি তাই গেছটোৰ ওপৰত কেটলিটো তুলি দিলে ........। তেনেতে চিএৱৰ আহিল, হেৰা, গা ধোও, ...... টাবেলখন আনি দিয়াচোন।'

'নিজে বিচাৰি লওকচোন মই ৰুটি কৰিছোঁ।'

'হেৰা কি কলা, মই ক'ত বিচাৰি পামহে। ৰুটি পিছতো কৰিব পাৰিবা। টাবেলখন দি যোৱাহিচোন।'

তাই লৰালৰিকৈ চৰিয়াত আটাখিনি ঢালি নিমখ আৰু ঘিউ দিছে। ঘিউখিনি সানিব ধৰোতেই চিএৱৰ আহিল, 'হেৰা, তোমাক বস্তুকেইটা খুজি বৰ চিএৰি থাকিব লাগেহে। মই গা ধোৱা ঘৰত সোমাইছো। টাবেলখন দিয়া আকৌ।'

'মই আটা মাৰিছো।'

'মাৰিলাই যেনিবা মই টাবেলখন নিপিন্ধাকৈ যামনে?'

উপাসনাই আটাখিনি মাৰি লোৱাৰ কথা ভাবিলে হ'বলা। সেয়ে খন্তেক ৰ'ব লগা হ'ল। বিকট চিএৱৰ মাৰি পুনৰ গৰজি উঠিল, — 'মতা মানুহবোৰক অকণমান মতা মানুহ জ্ঞান কৰিবাহে। টাবেলখন বিচাৰি দিয়াতকৈ তেওঁৰ আকৌ আটা মৰাটোহে ডাঙৰ হ'ল, — টাবেলখন বাঁওহাতখনেৰে তাই গা ধোৱা ঘৰত দি আহিল।

তাৰ পিছত সুব্ৰত বৰুৱা পুনৰ মূৰ ফণিওৱাৰ উদ্দেশ্যে ড্ৰেচিং টেবুলৰ সন্মুখত থিয় দি ৰ'ল। ড্ৰয়াৰত সুমুৱাই থোৱা ফণিখন নিজে কোনোদিনে উলিয়াই নলয়। সেইদিনাও পুনৰ উপাসনাক চিএৰিলে, হেৰা, হেৰা, তোমালোক মাইকী মানুহবোৰে বস্তুবোৰ পোৱা ঠাইতে নোথোৱা কেলেই?'

উপাসনাই এইবাৰো ফণিখন বিচাৰি দিলেহি। তাইৰ বেয়া লাগিল। এঘৰ-এঘৰকৈ প্ৰত্যেক ঘৰ ওচৰ-চুবুৰীয়ালৈকে তাইৰ মনত পৰিল। প্ৰত্যেকেই ছাগে আলোচনা কৰিছে এই ব্ৰহ্ম পুৰাতে সুব্ৰত বৰুৱাক কাজিয়া কৰিবলৈ

কিহে পালে। দুই একে চাগে এনেকৈও মন্তব্য দিব 'কি মানুহ অ' সেইজনী ফণিখনো বিচাৰি দিব নোৱাৰেনে?' কিছুমানে আকৌ সেই ছেগতে নিজ নিজ স্বামীসকলকো দুই-চাৰি আষাৰ শুনাই দিছে। — 'দেখিছানে সুব্ৰত বৰুৱাই কেনেকৈ অনবৰতে কাজিয়া কৰি থাকে। মানুহজনীক অকণো শান্তিত থাকিবলৈ নিদিয়ে। ওচৰ-চুবুৰীয়াৰ আগত লাজ নালাগেনে বাৰু? মোৰ হ'লে বৰ লাজ লাগে পাই। মানুহবোৰে ইমান বু-বু-বা-বা কৰে। বেচেৰী উপাসনাজনীলৈ বৰ দুখ লাগে জানা। কি যে অবুজন মানুহ এজনৰ লগত সংসাৰ কৰিছে। কোনো কথাতে এৰা-ধৰাৰ মাজলৈ আহিবলৈ নিবিচাৰে। নিজৰটোহে সত্য। আনৰ কথা বা কামত কোনো গুৰুত্বই নাই।

ইতিমধ্যে বৰুৱাই ভোৰ-ভোৰাই থাকোতে কলিং বেল বাজিল। বৰুৱা আজৰি হৈ আছে বুলি ভাবি তাই দুৱাৰখন খুলি দিয়া নাই। আলহীয়ে পুনৰ কলিং বেলটো বজাই দিলে। কলিং বেলৰ শব্দতকৈও উচ্চ-স্বৰে বৰুৱাই চিঞৰি ক'লে 'হেৰা, হেৰা, বলিয়া হ'লানে কি? কাৰ মূৰটো কৰিছা? দুৱাৰখন খুলি দিব পৰা নাই? কোনোবা আহিছে।'

তাৱাত থকা ৰুটিখন নমাই গেছটো অফ কৰি দি উপাসনাই দুৱাৰৰ খিলিটো খুলি দিলে। উলিয়াবলৈ লোৱা কবিতা পুথিখনৰ সম্পাদক প্ৰভাকৰ চৌধুৰী সোমাই আহিল। সম্পূৰ্ণ অস্বস্তিকৰ অৱস্থাত পৰিও সকলো পৰিবেশতে লাগি থকা অমৃতময় হাঁহিটো মাৰি উপাসনাই ক'লে — অ' চৌধুৰীদা। ক'ৰপৰা ওলালহি?

নক'বা আৰু অধনিৰে পৰা তোমাৰ দুৱাৰমুখৰ চকীখনতে বহি সকলো কথা শুনি আছিলো। বহুতৰ মুখত শুনিছো তোমাৰ সাংসাৰিক জীৱনৰ তিতা কেঁহাৰ কথা কিন্তু আজিহে মোৰ বিশ্বাস হ'ল। মই বুজিছোঁ তোমাৰ কাব্যিক সাধনাৰ অন্ত পৰিল কিয়? তুমি কিয় নিলিখা হ'লা. সেই কথা মই আজি উপলব্ধি কৰিব পাৰিলো। মই ভাবো মানসিক অন্তৰ্দ্বন্দ্বত ভুগি সকলো মানুহেই হয়তো এনেদৰেই মহৎ সৃষ্টিৰ ক্ষমতা হেৰুৱাই পেলায়। দুই-এক ব্যতিক্ৰম হ'ব পাৰে।'

এনেকুৱা পৰিবেশত মানুহৰ সৃষ্টিৰ ক্ষমতা হেৰায়। যিকোনো পৰিবেশত মানুহ জীয়াই থাকিব পাৰে। দুখ পালে মানুহৰ সৃষ্টিতে বাধা নপৰে। কিন্তু

দুখ-সুখৰ সীমা থাকে। মই দেখিলো উপাসনাৰ দুখ-সুখ যেন কাৰো লগতে নিমিলিব। মই আজি তাইৰ পৰা কবিতা সংকলনখনৰ বাবে কবিতা নিমহি বুলি সময় দি গৈছিলো। কিন্তু তাই কপি কৰিব খোজোতেই কেইটা বস্তু হেৰাল। তাই কেইবাৰ উঠি উঠি স্বামীক বস্তু যতনাই দিব লগা হ'ল। তাতে গিৰিয়েকৰ গালি গালাজ আছেই। মোৰ ভাবৰ যতি পেলাই বৰুৱাই মাত লগালে — আপুনি? কওঁকচোন কিয় আহিল?

— কাৰণ বহুতো। প্ৰধান কাৰণ মই জানিব বিচাৰিছিলো উপাসনাই কিয় কাব্যিক জগতৰ পৰা অৱসৰ ল'লে? সেই প্ৰশ্নৰ উত্তৰ বিচাৰি আজি দহ বছৰে মই বহুতক সুধিছিলো। মানুহৰ মুখত শুনিছিলো উপাসনাৰ মানসিক শান্তি নাই। ভাবিলো, নিঃসন্তান কাৰণে কিজানি তাইৰ শান্তি নোহোৱা হৈছে। সন্তান নোহোৱাৰ কাৰণ বাৰু কিয়। আপোনালোক উভয়ে বাৰু ডাক্তৰৰ দ্বাৰা পৰীক্ষা কৰিছেনে?

সুব্ৰত বৰুৱাই নিজৰ কৰ্কশ মাতটো উলিয়াই স্থান-কাল পাহৰি গৰজি উঠিল — 'আপুনি কবিতা বিচাৰি অহা মানুহহে মোৰ সাংসাৰিক কথাত সোমাবলৈ আপোনাক কোনে কৈছে?'

"ৰব, ৰ'ব ইমানকৈ নিচিঞৰিব। মানুহে কাজিয়া লাগিছে বুলি ভাবিব। ইয়াৰ আগতে আপুনি কেনেকৈ তৰ্জন-গৰ্জন কৰি আছিল নিজ কাণে শুনকচোন। মই পুৰাতে আহি জাপানত তৈয়াৰী এই কণমানি টেপৰেকৰ্ডাৰটো আপোনাৰ চোফাখনৰ তলত ৰাখি গৈছিলো, তেতিয়া উপাসনাই শুই উঠি দুৱাৰ-খিৰিকী খুলি আছিল আৰু আপুনি গা-ধোৱা ঘৰত সোমাই মুখ-হাত ধুই আছিল। গতিকে মোক আপোনালোকে নেদেখিলে। তাৰ পিছত চৌধুৰী কুঁজা হৈ চোফাখনৰ তলৰ পৰা টেপটো উলিয়াই আনি ঠিক-থাক কৰি লৈ অন কৰি দিলে। এইবাৰ সুব্ৰত বৰুৱাৰ নিজৰ মুখৰ বাক্যই নিজৰ কাণতে বিন্ধিবলৈ ধৰিলে। উপাসনাই জুপুকা লাগি চকী এখনতে বহি থাকিল। দিন-ৰাতি সাংসাৰিক জীৱনৰ প্ৰত্যেক মুহূৰ্ততে দোষ দেখি থকা আৰু নিজতে শুদ্ধ বুলি জাহিৰ কৰি ভালপোৱা নষ্ট স্বভাৱৰ মানুহজনৰ মুখৰ পৰা কৰ্কশ ভাবটো তেতিয়াও নাঁতৰিল। অন্যহাতেদি চৌধুৰীও কম আচৰিত স্বভাৱৰ মানুহ নহয়। তেনে এক গুৰু গম্ভীৰ পৰিবেশ সৃষ্টি কৰাৰ পিছতো মানুহজন অকণো বিচলিত নহৈ বৰুৱালৈ চাই পুনৰ সুধিলে, 'প্ৰতিবেশী কেইঘৰলৈ আপোনাৰ অকণো লাজ

নালাগেনে? মই উপাসনাৰ জীৱন সম্পৰ্কে কেনেকৈ জানিলো জানে? আপোনাৰ প্ৰতিবেশীৰ পৰা। মই এই মুহূৰ্তলৈকে নাৰী মুক্তি, নাৰী স্বাধীনতা আদি কিছুমান কথা বৰ ভাল নাপাইছিলো। কিয়নো শিক্ষিতৰ হাৰ বৃদ্ধি পোৱাৰ লগে লগে আমি আজিকালি বহুত অন্ধ সংস্কাৰ অন্ত পেলাব পৰা হৈছো। আজিৰ অলেখ পুৰুষে নাৰীক বিভিন্ন দিশত কাম কৰিবলৈ স্বাধীনতা দিছে। এই ক্ষেত্ৰত নাৰীয়ে স্বাধীনতা পোৱা নাই বুলি ভবা কথাবোৰ মোৰ অতিৰঞ্জিত যেন লাগে। কিন্তু আজি। এইমাত্ৰ উমান পালো, পাৰিবাৰিক দিশত নাৰী তেনে স্বাধীন হৈছেনে? নাৰীৰ চিন্তাশক্তিক প্ৰত্যেকজন পুৰুষে মূল্যায়ন কৰিব পাৰিছেনে? তেনেহ'লে সংসাৰৰ সৰু সৰু খুটি-নাটিবোৰ দিনভৰ মাৰি থাকোতে নাৰীগৰাকীৰ সৃষ্টিশীল মনোভাৱটোত ব্যাঘাত নজন্মিবনে? মই ভাবিব পাৰিমনে এই ভদ্ৰতাৰ মুখা পিন্ধা শিক্ষিত ব্যক্তিসকল তেনেহ'লে শিক্ষিত হৈ উঠা নাই? উপাসনাই আন নাৰীৰ দৰে বলিষ্ঠ ভূমিকা ল'ব নোৱাৰি সাহসী নহৈ দুৰ্বলীৰ আখ্যা পাইছে। পাৰিবাৰিক লেঠাত আত্মজাহ দি তাই সৃষ্টিকে বন্ধ কৰি দিছে। গতিকে উপাসনাৰ ব্যক্তিত্বৰ মহত্ত্ব আমি উপলব্ধি কৰিব নোৱাৰিম। কিন্তু আজি যদি উপাসনা সধবা নহৈ বিধবা হ'লহেঁতেন — তেতিয়া সেইজনী নাৰীয়েই অকলেজীৱন নিৰ্বাহ কৰি অন্ন-বস্ত্ৰৰ যোগাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু সধবা হৈ গিৰীয়েকৰ চৌবিশ ঘণ্টাই অত্যাচাৰ সহ্য কৰি নিজ সত্ত্বাক বিসৰ্জন দি দিন অতিবাহিত কৰিছে। নিজৰ শুদ্ধ পথ বাছি ল'বলৈ অগ্ৰসৰ হ'ব পৰা নাই কাৰণ সাংসাৰিক বান্ধোন আছে। পৰম্পৰা আছে। আদৰ্শ আছে। এই সকলো ত্যাগ কৰি এজনী নাৰীয়ে অতি সহজে বিবাহ-বিচ্ছেদৰ নিচিনা কথা ভাবিব নোৱাৰে। এই কথাবোৰ ইমান সহজে উলাই কৰিব পৰা বিধৰ নহয়। এইবোৰ চিন্তনীয় কথা। উপাসনাৰ দৃষ্টিভঙ্গী নিশ্চয় মহৎ হ'ব লাগিব। মই তেওঁক দোষ দিবলৈ গৈও বৈ যাব লগা হৈছে। অন্য সমাজৰ কথা বেলেগ। আমাৰ অসমীয়া সমাজত বৈবাহিক ভাঙনটো বৰ পৰিতাপৰ কথা. চৌধুৰীয়ে ইমানখিনি কথা সুব্ৰত বৰুৱাক বুজাবলৈ চেষ্টা কৰিছিল যদিও মানুহজন অকণো সৈমান নহ'ল। খঙত তৰ্জন-গৰ্জন কৰি চৌধুৰীলৈ চোচা লৈ ক'লে, 'বন্ধ কৰক আপোনাৰ টেপ আৰু মুখ। ভাঙি গুৰা কৰি দিম জনা নাই।'

'আপুনি কেনেকৈ ভাঙে চাওচোন। মই এইটো কেচেট আপোনাৰ প্ৰতিবেশীৰ ঘৰে ঘৰে বজাই শুনাম। আপোনাৰ ভদ্ৰতাৰ মুখাখন খুলি দেখুৱাই দিম যাতে আজিৰ পৰা এনে অশান্তিৰ অন্ত পৰে। প্ৰত্যেকদিনাই আপুনি

আপোনাৰ প্ৰতিবেশীক অশান্তি দিয়াৰ কি অধিকাৰ আছে। আপোনাক কণ-কণ ল'ৰা-ছোৱালীয়েও ইতিকিং কৰিব পাৰে। আপুনি জানেনে আপোনাৰ তৰ্জন-গৰ্জনত পাৰাটোৰ সকলোৱে অশান্তিত ভোগে। অথচ উপাসনাৰ মুখলৈ চাই একোকে নকয়। আপুনি ওলাই যোৱাৰ লগে লগে প্ৰতিবেশী ঘৰৰ মানুহ কেইগৰাকী আহি উপাসনাক সদায় সান্ত্বনাৰ বাণী শুনাইছি। লঘোণে-ভোকে থাকিলে ঘৰত তৈয়াৰ কৰি আনি খুৱাইছি। আপুনি সেইবোৰৰ খবৰ ৰাখে জানো? নিজে অকিচ কৰি ভোক লাগিলে হোটেলত খাই ঘৰলৈ উভতে। মই এতিয়া উঠিম, উঠিলেই হয়তো আপোনাৰ পুৰুষত্ব উপাসনাক দেখুৱাই দিব। উপসনাই কিন্তু আপোনাৰ চৰণযুগলত নিজকে অৰ্পণ কৰিব। কিয় কৰিব জানে? তাই উচ্চ শিক্ষিতা হ'লেও তাইৰ চাকৰি নাই। তাই যাব ক'লৈ? বিয়াৰ পিছত বহুত ছোৱালী মাকৰ ঘৰলৈ যাবলৈ নিবিচাৰে। উপাসনাৰ কথা অৱশ্যে অলপ বেলেগ। তাই পিতৃ-মাতৃ হীনা। সেয়ে দিনৰ পিছত দিন তাই অতিবাহিত কৰিছে আপোনাৰ লগত। শুনিছো আপোনাৰ বিয়া হোৱা ১২ বছৰৰ পিছতো সদায় পেন হেৰায়। টাৱেলখন গাধোৱা ঘৰত দিলেহে গা ধুই ওলাই আহিব পাৰে। হাতে হাতে কণিখন তুলি দিলেহে মুৰটো আচুৰিব পাৰে। বেমাৰ-আজাৰ হ'লে পিলৰ বাকলিটো গুচাই পানী গিলাচ হাতত দিলেহে পিলটো গিলিব পাৰে। আপুনি ভাবি চাওকচোন এসময়ত আপুনি সম্পূৰ্ণ জানি শুনি এগৰাকী প্ৰগতিশীল কবিক বিয়া কৰাইছিল। হয়তো আপুনি এগৰাকী কবিৰ খ্যাতিও বিচাৰিছিল। কিন্তু — তাইৰ প্ৰতি আপুনি অবিচাৰ কৰা নাইনে? আপুনি গাঁৱৰ নাদুকী, ভাদুৰীৰ লগত উপাসনাক বিজাই নাচাব। তেওঁলোকে পাঁচটা-ছয়টা ল'ৰা-ছোৱালীও জন্ম দিছে — ভুই কই, ধান বানি ঘৰৰ সমস্ত কাম কৰি গৃহস্থালিখন চলাইছে। সঁচা কথা, কিন্তু উপাসনাই তেনেবোৰ কাম কৰিব লগা হোৱা নাই। কিন্তু উপাসনাই নাদুকী-ভাদুৰীইতৰ দৰে স্বাধীনতা পাইছেনে? তাই ঘৰখনৰ চাৰিবেৰৰ ভিতৰতে বন্দী নহয়নে? তাই কোন দিশত শোষিত হৈছে লোকচক্ষুত ধৰা নপৰে। আপুনিও উপলব্ধি কৰিব নোৱাৰে। অন্য দেশৰ দৰে আমাৰ অসমত শিল্পী-সাহিত্যিকৰ আদৰ এতিয়াও বঢ়া নাই। আনফালে দিনে নিশাই আপোনাৰ কঠোৰ বাক্য বাণে তাইক থকা সৰকা কৰে। লাভৰ মূৰত সৃষ্টিৰ প্ৰতি থকা স্পৃহা তাইৰ নোহোৱা হয়। সেয়ে হয়তো তাই কাব্যিক সাধনাক বাদ দিছে। এই সত্যানুসন্ধানৰ কাৰণেই মই আজি আপোনাৰ সন্মুখত থিয় দি উপাসনাৰ হৈ ওকালতি কৰিছো। মই জানো বা আপুনি নজনা নহয়

যে পুৰুষৰ বিভিন্ন অত্যাচাৰৰ বলি হৈ নাৰীয়ে সদায় মৃত্যুবৰণ কৰিব লাগিছে। বাতৰি কাকত মেলিলেই নাৰী সম্পৰ্কীয় কিমান যে ঘটনা পঢ়িবলৈ পাওঁ। তথাপি কাৰ কি আহে যায়। কিমাননো প্ৰতিবাদৰ জোৱাৰ উঠিছে? দুই চাৰিদিনৰ ভিতৰতে তল পৰি গৈছে। আইন-কানুনেও একোকে কৰিব নোৱাৰে। আজিৰ দিনত টকাই সকলো সমস্যা সমাধান কৰিব পাৰে. এদিন আপোনাৰ হাতত উপাসনাৰ মৃত্যু হ'লেও কাৰো হানি নহয়। উথলি উঠা দুখবোৰ সকলোৱে পাহৰি পেলাব। আপুনিও আইনৰ ওচৰৰ পৰা মুক্ত হৈ অবাধে সমাজত বিচৰণ কৰিব পাৰিব। কিন্তু উপাসনাৰ দৰে কবি এগৰাকীৰ পৰা আমি বহুত আশা কৰিব পাৰো। গতিকে .........।

'আপুনি উপাসনাৰ কি হয়? বৰকৈচোন বক্ বকাবলৈ আহিছে?'

'উপাসনাৰ লগত মোৰ তেজৰ সম্বন্ধ নাই। তাই মোৰ অন্তৰংগ বান্ধৱী। কলেজীয়া জীৱনত সাহিত্য কাননত দুয়ো সহকৰ্মী আছিলো। আমাৰ সহযোগত অনেক অনুষ্ঠান, সংগঠনৰ জন্ম হৈছিল। আমি এখন আলোচনী সম্পাদনা কৰি উলিয়াইছিলো। কিন্তু উপাসনাৰ বিয়াৰ পিছত সেই সকলো সাহিত্য কৰ্ম তল পৰি গ'ল। আনকি তাই কবিতা লেখিবলৈ এৰিলে। সকলোৰে এটাই প্ৰশ্ন — 'উপাসনাই কবিতা লেখিবলৈ এৰিলে কিয়?'

সেই প্ৰশ্নৰ উত্তৰ কোনেও বিচাৰি পোৱা নাছিল। সেই সত্য মই আজি উদ্‌ঘাটন কৰিলো। আজি বহুত সময় আপোনাক আমনি দিলো। পুনৰ নতুন পৰিবেশত লগ পোৱাৰ আশা বুকুত বান্ধি আজিলৈ বিদায় মাগিলো। আশাকৰো মোৰ মিনতি আপুনি ৰক্ষা কৰিব।'

বজ্ৰপাত পৰা মানুহৰ দৰে স্তব্ধ হৈ থকা উপাসনালৈ সুব্ৰত বৰুৱাই সোঁহাতখন আগবঢ়াই দিলে। ○

# বা-মাৰলী

ড° চিন্ময় দত্তৰ হঠাতে কিয় ইমান পৰিবৰ্তন ঘটিল আৰু তেওঁ কিয় ইমান আবেগিক হৈ পৰিল সেই ৰহস্য ভেদ কৰিবলৈ ড° লিজাৰ মাত্ৰ এটা দিনহে লাগিল।

সাংসাৰিক দায়িত্বৰ অন্তহীন ব্যস্ততাই সদায় লিজাক ডুবাই ৰাখে। তাতে যোৱা দুটা বছৰ দুটাকৈ ল'ৰা-ছোৱালীক তাই দিল্লী আৰু বাংগালোৰত পঢ়িবলৈ পঠিয়াইছে। বস্তুত সিহঁত ঘৰলৈ আহিলে লিজাৰ ব্যস্ততা দুগুণে বাঢ়ে।

মাজে-সময়ে তাই উপলব্ধি কৰে। গতানুগতিক জীৱন-যাত্ৰাই তাইক বৰ আমনি লগায়। সেয়ে শাৰীৰিক-মানসিক সন্তুষ্টিৰ প্ৰয়োজন অনুভৱ কৰি তাই পূজাৰ বন্ধত অহা ল'ৰাটোক থ'বলৈ বাংগালোৰলৈ যোৱাটো সিদ্ধান্ত কৰিলে। পোন্ধৰ দিনৰ ছুটী লৈ তাই নানান ঠাইত ফুৰা-চকা কৰিলে। ঘৰলৈ উভতি আহিবৰ দিনা কিছুমান অবুজ কাৰণত তাইৰ বুকুখন শিল হৈ যোৱাৰ দৰে লাগিল। তাই আহিব বুলি জানিও তাইৰ স্বামী ড° অৰুণাভে তাইক আগবঢ়াই আনিবলৈ নগ'ল। আনকি ঘৰলৈ সোনকালে আহিও তাইৰ খবৰ-বাতৰি নল'লে। অন্যদিনা এনেকুৱাবোৰ ক্ষোভ আৰু অভিমানত উত্তেজিত হ'লে অফিচৰ 'বছ' ড° চিন্ময়লৈ বাৰে বাৰে ডায়েল ঘূৰায়। ড° চিন্ময়েও তাইৰ মানসিক সংঘাত বুজি পাই সহায়ৰ হাত আগবঢ়োৱাত কৃপণালি নকৰে।

ঘৰৰ সকলো দায়িত্ব লিজাৰ ওপৰতেই। দুটাকৈ এলচেচিয়ান কুকুৰ। জাৰ্ছী গাইৰ লগতে উন্নত জাতৰ মুৰ্গী। প্ৰাসাদোপম অট্টালিকাটো সজোৱা-পৰোৱাৰ বাবে বিভিন্ন মানুহ থাকিলেও সেইবোৰ নিজে তদাৰক নকৰিলে নহয়। কুকুৰলৈ মাংস অনোৱা, গাইলৈ দানা অনোৱা আৰু ঘৰৰ বজাৰ-সমাৰৰ সকলো কাম বাহিৰা মানুহৰ ওপৰত এৰি দিলে অযথা বহুত খৰচ বাঢ়ে। বাহিৰা ল'ৰা দুটাক কুকুৰলৈ এক কিলো মাংস আনিবলৈ দিলে দুশ গ্ৰাম কমাই আনি পইচাটো নিজলৈ ৰখাৰ নিয়ম। শাক-পাচলিৰ বজাৰখনতো বহুত আসোঁৱাহ দেখি লিজাই বহুত কাম নিজেই কৰিবলৈ লৈছে।

মাজে-সময়ে সীমাহীন ব্যস্ততাই তাইক বাস্তৱ পৃথিৱীখনৰ পৰা আঁতৰাই ৰাখে। আত্মীয়-স্বজনৰ ঘৰলৈ যোৱা, বিপদে-আপদে মাত এষাৰ লগোৱা – প্ৰতিবেশীৰ ঘৰৰ মৃত্যু বা দুৰ্ঘটনা আদিৰ পৰাও বিৰত থকা আদি কাৰ্যৰ বাবে দুই-চাৰিগৰাকীয়ে তাইক সমালোচনাও কৰে।

হক কথাত মাত নমতাকৈ থাকিব নোৱাৰা ওচৰৰ দুই-চাৰিগৰাকী বোৱাৰীয়েও শাহুৱেকক কথাষাৰ শুনাই দিবলৈ সংকোচ নকৰে, "বজাৰখন নিজৰ হাতৰ মুঠিত ৰখা কিটিপটো আপোনালোকে হ'বলা বুজি পোৱা নাই।"

এইটো ঠিক, ড° অৰুণাভ অন্য মানুহ অফিচৰ পৰা অহাদি যদি ঘৰলৈ সময়মতে আহিলহেঁতেন লিজাই বহুতখিনি সকাহ পালেহেঁতেন। নিশা প্ৰায় বাৰ বজাত ঘৰ সোমোৱাটো অৰুণাভৰ নিয়ম। অৱশ্যে সেই সময়খিনিও অৰুণাভৰ নিজা সময়হে। সংসাৰৰ কোনো কথাতে অংশীদাৰ হ'ব নোৱাৰে। ষ্টিয়েৰিঙত কোনোমতে ধৰি ঘৰ সোমায়হি। ঢাকি থোৱা ভাত প্ৰায়ে ঢাকি থোৱাতে থাকে। এই দৃশ্য নিজৰ ল'ৰা-ছোৱালীহালৰ লগতে কাম কৰা ল'ৰা দুটায়ো সদায়ে দেখি আহিছে।

এইবোৰ কথাত কাজিয়া কৰা, প্ৰতিবাদ কৰা নিয়ম লিজাৰ নাই। তাই নিজৰ দিনলিপি নিজেই তৈয়াৰ কৰি লৈ সংসাৰ চলাই আছে। উচ্চপদস্থ চাকৰি কৰা লিজাই কোনোদিনেই অৰুণাভৰ ওচৰত হাত পাতিবলগীয়া হোৱা নাই।

অৱশ্যে দিনৰ ভাগত অত্যন্ত দায়িত্বপূৰ্ণ আৰু ব্যক্তিত্ব সম্পন্ন ব্যক্তি হোৱাৰ অভিনয় কৰি ভালপোৱা অৰুণাভে ল'ৰা-ছোৱালীহালৰ বহুত দায়িত্ব পালন কৰিবলৈ বিচাৰে। নিয়মমতে পা-পইচা পঠোৱা, টেলিফোনেৰে কথা-বতৰা হোৱা, অভাৱ-অভিযোগৰ খুজা লোৱাত তেওঁ কৃপণালি নকৰে। লগতে পৰিয়ালৰ অন্য সদস্যসকলৰো সুখ-দুখৰ সমভাগী হোৱা, বিপদে-আপদে মাত এষাৰ লগোৱা, সাধ্য অনুসৰি সহায়ৰ হাত আগবঢ়োৱা আদি কামবোৰত অৰুণাভ কোনো দিনে পিছ নোহোঁহকে। এই দিশত লিজাতকৈ অৰুণাভ পৰিয়ালৰ মাজত বেছি জনপ্ৰিয়। ওচৰ-চুবুৰীয়ায়ো অৰুণাভক ব্যক্তিত্ব সম্পন্ন এজন বুদ্ধিজীৱী বুলিয়েই গণ্য কৰে।

বাংগালোৰৰ পৰা পোন্ধৰ দিনৰ পিছত ঘূৰি আহি – পিন্নুদিনা লিজা অফিচলৈ ওলাই গ'ল। মনত অনেক ভাবৰ প্ৰতিক্ৰিয়া। সকলো ঘৰুৱা সমস্যা চম্ভালি অফিচলৈ ওলাই আহিছে যেতিয়া সন্ধিয়াটো ড° চিন্ময়ৰ লগত অতিবাহিত কৰাৰ অভিপ্ৰায়।

এইকেইদিন চিন্ময়ো নিশ্চয় উদাসীন হৈ পৰিছে। এইদৰে ভবাৰ লগে লগে চিন্ময়ৰ তৰুণ দেহৰ স্পৰ্শ সুখৰ বাসনাই লিজাক উদ্বাউল কৰি তুলিলে। লিজাই উজ্জ্বল নীলা ৰঙৰ শাৰী পিন্ধিছে। উদং পিঠি আৰু উদং বুকুখন ঢাকিবলৈ তাই ছয় আঙুল বহল ব্লাউছ এটা পিন্ধিছে। ওঁঠত ডাঠকৈ লৈছে লিপষ্টিক।

গাড়ী ৰখাই অফিচ ৰুমলৈ সদায় সোমাই যোৱাৰ দৰে গৈছে যদিও ষ্টাফৰ সকলোৰে দুনয়ন লিজা সৰ্বশৰীৰৰ ওপৰেদি বাগৰি গৈছে। নিজৰ চকীখনত বহি চছমাযোৰ খুলি চকু দুটা মোহাৰি ঢাকি থোৱা পানী গিলাচ খাই সকলোকে মাত-বোল কৰিলে। তাইৰ উপস্থিতিত চমক খাওক বুলি ড° চিন্ময়লৈ টেলিফোন টিপিলে।

– আও, ইমান্ বাহাদুৰিনে? কালিয়েই আহি পালেহি যদিও ফোন এটা কৰিবলৈও সময় মিলা নাইনে? আছা নহয় – মই গৈ আছো।

– এতিয়া নাহিবা। মই অত্যন্ত ব্যস্ত। মূৰ দাঙিবলৈকে সময় নাই।

– ড° চিন্ময়ৰ জড়তাপূৰ্ণ কথাষাৰত লিজা সচকিত হৈ উঠিল। কি হ'ল আকৌ এই পোন্ধৰ দিনতে। কালি আহি পোৱাৰ পিছত তিনিবাৰকৈ ৰিং কৰিও নাপালে। তাইলৈ ৰিং এটাতো কৰিব পাৰে। অভিমানত তাইৰ মন ভাৰাক্ৰান্ত হ'ল। উগুল-থুগুল মন আৰু নানান চিন্তাৰ মাজতে তাই অফিচৰ কামত মনোনিবেশ কৰিলে।

প্ৰতি মুহূৰ্তে মুহূৰ্তে লিজাৰ এটাই চিন্তা হ'ল – চিন্ময়ে ৰিং এটা কৰিব নেকি? নাই, নাই চিন্ময়ে নাই কৰা। বাৰ বাজি গ'ল; চিন্ময় ইমান ব্যস্তনে? অভিমান, হতাশা আৰু দুঃচিন্তাৰ বশৱৰ্তী হৈ তাই আৰু ৰিচিভাৰ নুতুলিলে।

তাই একোতে মন বহুৱাব পৰা নাই। পোন্ধৰ দিনৰ কাৰণে ল'ৰাটোক বাংগালোৰত থ'বলৈ যোৱাতে কি ইমান অঘটন ঘটিল। লিজাৰ মূৰ গৰম হৈ আহিল। সন্ধিয়া মধুৰ সময়খিনি তাই চিন্ময়ৰ লগত অতিবাহিত কৰাৰ কথা ৰে'লৰ আমনিদায়ক যাত্ৰাতে ভাবি আহিছিল। অফিচৰ সুন্দৰ কোঠালিটোত বহি কাৰ্পেটৰ ওপৰত ভৰি দুখন মোহাৰি মোহাৰি তাই বিগত পাঁচ বছৰৰ কথাবোৰ ভাবিবলৈ ধৰিলে।

ড° অৰুণাভ যেতিয়া প্ৰতিদিনেই গৱেষণাগাৰত ব্যস্ত হৈ পৰিছিল তেতিয়া

তাই অত্যন্ত সুখী হৈছিল। এজন জ্যেষ্ঠ বিজ্ঞানী হিচাপে ইতিমধ্যে অৰুণাভে যথেষ্ট সন্মান আৰু প্ৰশংসো লাভ কৰিছে। স্বামীৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰি লিজাই নিজৰ দিনলিপি সুন্দৰকৈ পৰিচালিত কৰিছিল। নতুন সূত্ৰ এটা উদ্ভাবনৰ কাৰণে আপ্ৰাণ চেষ্টা আৰু সাধনা কৰি থকা অৰুণাভক তাই সকলোফালৰ পৰাই সহায়-সহযোগিতা আগবঢ়াইছিল। ল'ৰা-ছোৱালীহালৰ কণমান দায়িত্বও পিতৃ হিচাপে পালন কৰিবলগীয়া হোৱা নাছিল। দুটাকৈ ল'ৰা-ছোৱালীৰ সকলো ক্ষেত্ৰতে পাৰদৰ্শিতাৰ ক্ষেত্ৰত আগবঢ়াই নিবলৈ কৰা চেষ্টাত লিজাই নিজৰ চাকৰিটো চলাবলিও টাকুৰী ঘূৰাদি ঘূৰিবলগীয়া হৈছিল। ব্যস্ততাই লিজাক ভাৰাক্ৰান্ত কৰা নাছিল। আশা আছিল কেনেকৈ ড° অৰুণাভে উদ্ভাবন কৰি উলিওৱা সূত্ৰই তেওঁক ভাৰতীয় বিজ্ঞানীসকলৰ মাজৰ এজনৰ শাৰীত বহুৱাব পাৰে।

দিন, মাহ, বছৰ বাগৰিল। ড° অৰুণাভৰ ব্যস্ততা দুগুণে বাঢ়িল।

লিজাই অনুসন্ধান কৰি জানিব পাৰিলে ঠিকেই, অৰুণাভে গৱেষণাগাৰতে আত্মনিয়োগ কৰিছে। সফলতাৰ শীৰ্ষ বিন্দুত উপনীত হ'বলৈ প্ৰয়াস কৰা মানুহজনৰ শাৰীৰিক যত্নৰ লগতে মানসিক উৎকৰ্ষ সাধনৰ কাৰণে লিজা অত্যন্ত তৎপৰ হৈ পৰিল।

ঘৰখনৰ প্ৰতি ইমান উদাসীন হৈ পৰা অৰুণাভক লৈ তাই চিন্তিত হ'ল। কথাবোৰ ভাবি ভাবি শেষত তাই গৱেষণাগাৰলৈ গৈ অৰুণাভৰ ওপৰত নজৰ ৰাখিবলৈ ধৰিলে।

বছৰ বাগৰি – প্ৰায় তিনি বছৰত ভৰি দিলেহি। দিনৰ ভাগত লগ পাবলৈকে জটিল হৈ পৰা অৰুণাভে ৰাতি বাৰ বজালৈ ঘৰ নোসোমোৱা হ'ল।

সন্তানৰ প্ৰতি, পত্নীৰ প্ৰতি কণমানো দায়বদ্ধ নোহোৱা মানুহজনৰ প্ৰতি অবিশ্বাস, সংশয় আৰু দুশ্চিন্তাই লিজাক মনোকষ্ট দিবলৈ ধৰিলে।

এদিন লিজাই বিশ্বাসযোগ্য ব্যক্তি এজনৰ পৰা গম পালে অৰুণাভৰ এনে উদাসীনতাৰ মূল কাৰণ গৱেষণাগাৰৰ সহায়কাৰী এগৰাকী যুৱতী। প্ৰথমে কিছু হতাশ হৈছিল যদিও পিছত সকলো বিসৰ্জন দি তাই ল'ৰা-ছোৱালীহালক মানুহ কৰাৰ সংকল্প ল'লে। সীমা অতিক্ৰম কৰি যোৱা চৰিত্ৰৰ স্খলন দেখি তাই মৌনতাহে অবলম্বন কৰিলে।

আগতকৈও অধিক ব্যস্ততাৰে তাই ঘৰখনৰ সকলো দিশতে চকু দিব লগা হ'ল। অনাহকতে ঘৰখনলৈ দুৰ্যোগ নামি অহাত কিছু কিছু দিশত অশান্তিৰ

পৰিস্থিতি উদ্ভৱ নোহোৱা নহয়। আগতকৈ ল'ৰা-ছোৱালীহালো বিশৃংখল হ'ল। দিনৰ ভাগত মাক-দেউতাক দুয়ো নথকাৰ সুযোগ লৈ স্কুলৰ পৰা আহি ল'ৰাটো চাইকেল লৈ অনবৰতে ঘৰৰপৰা ওলাই যোৱা হ'ল। অৱশ্যে মাকৰ তৎপৰতা আৰু বুজনিত বেছি উদণ্ড হ'ব নোৱাৰিলে। সৰুৰেপৰা সুস্থ বাতাবৰণ আৰু পৰিবেশত ডাঙৰ-দীঘল হোৱা ল'ৰা-ছোৱালীহালে মাকৰ অনুপস্থিতিতে নিজে নিজে পঢ়াশুনাত মনোনিবেশ কৰাত লাগিল।

হাইস্কুল লিভিঙত ষ্টাৰ পোৱাৰ পিছত ছোৱালীজনীক মাকে দিল্লীত পঢ়িবলৈ পঠাই দিলে। বায়েক যোৱাৰ দৰে সিও বাহিৰত পঢ়িবলৈ যোৱাৰ ইচ্ছা থকাত ভালদৰে পঢ়াত মনোনিবেশ কৰিলে।

এনেকুৱা নানান্ খেলিমেলিৰ মাজত লিজা সোমাই পৰাত তাই অনবৰতে মন মাৰি থাকিবলৈ ধৰিলে। সেইকথা অফিচৰ সকলোৱে মন কৰিলেও তাইক কোনেও সুধিবলৈ সাহস নকৰিলে। ড° চিন্ময়েহে যেন বুজি লিজাৰ উদাসীনতাৰ খবৰ ল'বলৈ ইচ্ছুক হৈ থাকিল। লাহে লাহে প্ৰায়ে অফিচ ছুটীৰ পিছত চাহ খাবলৈ বুলি দুয়ো একেলগে যোৱা হ'ল। পাৰ্টীত দেখা হ'লে সিও তাইক লগত লৈ ঘৰত থৈ অহা হ'ল। লিজাক ফোন কৰি মাতি নিয়া হ'ল। ড° চিন্ময়ৰ সান্নিধ্যত ক্ৰমান্বয়ে লিজাই বহুত কথাই উপলব্ধি কৰিব পৰা হ'ল। ল'ৰা-ছোৱালীহালৰ অনুপস্থিতি আৰু অৰুণাভৰ প্ৰতি থকা বিশ্বাস আৰু প্ৰেমে আঘাত কৰাত তাই চাৰিওফালে শূন্য দেখিবলৈ ল'লে। তেনে এক অভাৱনীয় পৰিস্থিতিত পৰি লিজাই চিন্ময়ৰ সান্নিধ্য পাই বৰ্তমান ভূত-ভবিষ্যতৰ বহুত কথাই ভাবিব নোৱাৰা হ'ল।

প্ৰথম অৱস্থাত তাই নানান অজুহাতত তাৰ পৰা ফালৰি কাটি ফুৰিবলৈ লৈছিল। অত্যন্ত পৰিপাটি, নিৰহংকাৰী যেন লগা চিন্ময়ক প্ৰথম অৱস্থাত তাইৰ 'বহু' হ'লেও অকণো ভাল লগা নাছিল। কথাবোৰ কিবা ছোৱালীৰ দৰে কয়। মাতটোতো পুৰুষত্বৰ কোনো লক্ষণেই নাই। কাৰোবাৰ চূড়ান্ত প্ৰেমিক হ'বলৈ যেন অভিনয় কৰি আছে। আনুমানিক বয়স চল্লিশ যেন লাগিলেও এই দক্ষতাপূৰ্ণ যুৱকজন অবিবাহিত হৈ থকাৰ কাৰণ কি? এই কথাবোৰ লিজাই নজনা নহয়।

লিজা ফালৰি কাটি ফুৰাৰ উমান পাই প্ৰতি মুহূৰ্ততে তেওঁ তাইক বিভ্ৰান্ত কৰাত লাগিল।

সময়ো বাগৰিল। অৰুণাভৰ উদাসীনতা, অমনোযোগিতাৰ পৰিপ্ৰেক্ষিতত লিজা সামান্য হ'বেও দুৰ্বল হৈ পৰিল।

দুটাকৈ সন্তানৰ মাতৃ আৰু ড° চিন্ময়তকৈ কেইবাবছৰৰো ডাঙৰ লিজাই স্থান-কাল পাহৰি দিনে-নিশাই চিন্ময়ৰ লগত ফুৰিবলৈ ধৰিলে। অফিচৰ 'বছ'ৰ লগত ফুৰা-চকা কৰাৰ কথাটো প্ৰথম অৱস্থাত সকলোৱে সহজভাৱে মানি লৈছিল। কিন্তু বছৰ বাগৰাৰ পিছত সেই কথা সকলোৰে দৃষ্টিকটু হৈ পৰিল। কিন্তু লিজা পোন্ধৰ দিনৰ কাৰণে বাংগালোৰলৈ যোৱাৰ পিছতে চিন্ময়ৰ কেনেকৈ ইমান পৰিবৰ্তন ঘটিল?

দিনৰ দিনটো অন্যমনস্ক হৈয়ে তাই কাম সামৰিলে। নিজৰ টেবুলখন ঠিক-ঠাক লগাই চিন্ময়লৈ দিবলৈ অনা উপহাৰটো বেগটোত ভৰাই যাবলৈ উঠিল।

তেনেতে চিন্ময় আহিল। তাইলৈ চাই নিস্তেজ হাঁহি এটা মাৰি ক'লে, 'ব'লা ময়ো যাওঁ তোমাৰ লগত। আজি একালে কিছু সময়ৰ কাৰণে যাম। যোৱাৰ আগতে তোমাক দৰকাৰী কথা কেইটামান ক'বলৈ আছে।' এইদৰে কৈয়ে দুয়ো আগবাঢ়িল। লিজাই গাড়ী ষ্টাৰ্ট দি চিন্ময়ক বহুৱাই ল'লে।

সদায় যোৱা 'ৰাজহংস' নামৰ হোটেলখনতে দুয়ো নামিল আৰু চিৰপৰিচিত কোঠালিটোলৈ আগবাঢ়ি গ'ল।

হোটেলৰ মেনেজাৰ বিশ্বাসে সুধিলে – আপোনালোক কিছুদিন ইয়াত নাছিল নেকি?

– ওঁ, নাছিলো।

কোঠালিত সোমায়েই কোনো ধৰণৰ প্ৰস্তাৱনা নকৰি চিন্ময়ে লিজাৰ অভিমানত সেমেকি উঠা চকুযুৰিত চকু থৈ ক'লে, — তুমি বাংগালোৰলৈ যোৱাৰ পিছতে মই বৰ ডাঙৰ চক এটা খালো। তেতিয়াৰ পৰাহে মই মানুহৰ জীৱন সম্পৰ্কে গভীৰ উপলব্ধি কৰিব পাৰিছো। মই মানসিকভাৱে ভাগি পৰিছো লিজা।

– কি হ'লনো তুমি আগতে স্পষ্টকৈ কোৱাচোন।

– আমাৰ ঘৰলৈ মোৰ লগত সকলো ফালৰপৰা একে যোগ্যতা থকা ছোৱালী এজনী দিবলৈ আহিছিল। ছোৱালীৰ যোগ্যতা আৰু ফটো দেখি মাইঁতে প্ৰায় কথা দিয়াৰ নিচিনাই কৰিলে। আমাৰ ঘৰৰপৰা বিদায় লোৱাৰ পিছত তেওঁলোকে সম্ভৱ মোৰ বিষয়ে অনুসন্ধান চলালে। অৱশ্যে— ময়ো মোৰ সমকক্ষ ছোৱালী নাপাইহে বিয়াৰ ক্ষেত্ৰত আগবঢ়া নাছিলো। তাতে এই তিনিটাকৈ বছৰ

তোমাৰ সান্নিধ্যই মোক.....। কিন্তু ছোৱালীজনীৰ কথা মই মাৰ মুখে শুনি মাক সন্মতি দি দিলোঁ। ভাবি চোৱাচোন, মোৰ তেজত কিহৰ কাৰণে চয়তানে বাহ ল'লে। আৰু শুনা, তেওঁলোকে অনুসন্ধান ঠিকেই চলালে। মোৰ সহকৰ্মী এজনৰ ওচৰলৈ আহিল আৰু তেওঁৰপৰা লোৱা কথাখিনি দুপৰীয়া মালৈ ফোনযোগে জনাই দিলে ঃ আপুনি মোক কৈছিল নহয়! উপযুক্ত ছোৱালী নোপোৱাৰ বাবেহে আপোনাৰ ল'ৰাই বিয়া কৰোৱা নাই। আপোনাৰ ল'ৰাৰ অফিচৰ সহকাৰী এজনে ক'লে যে দুটাকৈ কলেজত ল'ৰা-ছোৱালী থকা মানুহ এগৰাকীৰ লগত অবৈধ সম্পৰ্ক থকা কথাটো জনাৰ উপৰি আমি সদায় দেখিয়েই আছো। গতিকে কন্যা প্ৰাৰ্থী হিচাপে আগবঢ়া-নবঢ়াৰ ক্ষেত্ৰত সকলো কথা আপোনাৰ ওপৰত নিৰ্ভৰ কৰিব।

চিন্ময়ৰ মাত খোকা-খুকি হৈ আছিল। মই সঁচাকৈ অনুতপ্ত লিজা। তুমি অনুতপ্ত। তুমি অনুতপ্ত নোহোৱানে? তোমালোকৰ বৈবাহিক সম্পৰ্কত ঘুণে ধৰা দেখি নাৰী হিচাপে তুমি তেওঁক সজ পথলৈ ঘূৰাই আনিবলৈ আপ্ৰাণ চেষ্টা নকৰিলা কিয়? প্ৰতিশোধ পূৰাবলৈ গৈ চঞ্চল ডেকা এজনৰ সংগসুখ বিচাৰি তোমাৰ জীৱন নষ্ট কৰাৰ লগতে মোৰ জীৱনো কলংকিত কৰিলা। তোমাৰ ল'ৰা-ছোৱালীহালৰ মুখলৈ চাই স্বামী-অনুৰক্তা হৈ থাকিব পাৰিলাহেঁতেন। পৰস্ত্ৰীত আসক্ত হোৱাৰ পৰিণাম কিমান ভয়াবহ সেইখোৰ প্ৰতিদিনে ওলোৱা বাতৰি কাকতবোৰত আমি পঢ়িবলৈ পাইছো। কিছুমান ঘটনাৰ পৰিণাম ইমান নিৰ্লজ্জ আৰু লোমহৰ্ষক ভাবিলে গাৰ লোম শিয়ৰি উঠে। এতিয়াহে মই জীৱন সম্পৰ্কে এই শিক্ষা লাভ কৰিলো। অনুষ্ঠানিক শিক্ষা কম হ'লেও জীৱনটো কষটি শিলত ঘঁহি-পিহি মায়ে অভিজ্ঞতাপুষ্ট কৰি ৰাখিছে। শেহতীয়াকৈ মায়ে মোক সেই শিক্ষা প্ৰদান কৰিলে।

– তেনেহ'লে ময়ো অনুতপ্ত চিন্ময়। বুজিলো, ময়ো বুজিলো। প্ৰথমে পুৰুষে কৰা ভুলত সৰ্বতিকালেই নাৰীৰ আত্মজাহ হয়। অৰুণাভে জেনে এদিন মোক নিশ্চয় ক'ব – আজিকালি তুমি পঞ্চাশ বছৰীয়াজনক এৰি চঞ্চল ডেকা এজনৰ লগত অবৈধ সম্পৰ্ক গঢ়ি তুলিছা বুলি শুনিছো।

ময়ো অৰুণাভক ক'ব নালাগিবনে তুমি অৰ্ধ শতাব্দী পাৰ কৰিও বিশ বছৰীয়া যুৱতী এজনীৰ লগত অবৈধ সম্পৰ্ক গঢ়ি তুমি মোৰ সংসাৰখন জ্বলাই মাৰিছা। ○